# গঙা-চিলনীৰ পাখি

( উপন্যাস )

লক্ষ্মীনন্দন বৰা






ভবানী পাবলিচিং কনচাৰ্ণ

GANGA CHILANIR PAKHI—a Assamese Novel by Dr· LaKsmi Nandan Bora, Assam Agricultural University, Jorhat and Published by Banabehari Chakraborty, Bhabani Publishing Concern, 1-H, R. M. Lane, Calcutta-12
Printers: Bijali Guha Bijali Press 6/2 B, R M. Lane Cal-12
Cover Designed by Monoj Biswas

প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ, ১৯৬৩

দ্বিতীয় প্ৰকাশ : মে, ১৯৮৩

পোন্ধৰ টকা মাথোন

গঙ্গা-চিলনীৰ পাখী [ উপন্যাস ] ড. লক্ষ্মী নন্দন বৰা প্ৰকাশ : মে ১৯৮৩ প্ৰকাশক : বনবিহাৰী চক্ৰৱৰ্তী, ভবানী পাবলিচিং কনছাৰ্ণ, ১-এইচ ৰাধানাথ মল্লিক লেন, কলিকতা—১২ মুদ্ৰক : বিজলী গুহ, বিজলী প্ৰেছ ৬/২বি ৰাধানাথ মল্লিক লেন, কলি—১২
বেটুপাতৰ শিল্পী : মনোজ বিশ্বাস

বাসন্তীহঁতৰ ঘৰলৈ পৰহিও মানুহজন আহিছিল। বাসন্তীয়ে মনত পেলালে, সি এতিয়ালৈকে সিহঁতৰ ঘৰলৈ তিনিবাৰ আহিছে। পিছে এতিয়ালৈকে তাই তাৰ বিষয়ে একো নেজানে। ইনো কোন হ'ব পাৰে? মাকক সুধিব নে কি? ওহোঃ, তাই সুধিব নোৱাৰে। মাকে তাইক টান কথা শুনাব। তাৰ বিষয়ে সোধাৰ আগ্ৰহটো দেখি মাকে হয়তো ক'ব,—বেয়াকৈ সুধিছ দেখোন, চকুত লাগিছে নেকি? এৰা, এনে সন্দেহ কৰিবই। মানুহটো, অ' নহয়,—ডেকাটো বাৰু ক'ৰপৰা আহে? ৰাইডিঙীয়াৰপৰা?— পাভচিলাৰো হ'ব পাৰে। জলমৈ গাঁৱৰ বাহুলা বায়েনৰ ঘৰৰ নে কি? খলপীয়াৰ মুচুকুন্দ সাতোলাৰ পুতেকো হ'ব পাৰে। সি য'ৰে হওক লাগে, আমাৰ সোণাইৰ এই পাৰৰ নহয়। সোণাইৰ উত্তৰ পাৰৰ কেবাখনো গাঁও বাসন্তীয়ে একেলগে মনত পেলালে—জলমৈ গাঁও, পাভচিলা, ৰাইডিঙীয়া, ডেওৰা, কুঁজী, চাবুকধৰা, কঁহুৰা-আঁটি। আৰু যে কত গাঁও আছে! সিহঁতৰ ঘৰলৈ আগে-পাছে মানুহ আহিছিল আৰু আহিবও। ককায়েক বেপাৰী মানুহ। তাৰ যে কিমান ধৰণৰ মানুহৰ লগত চিনাকি! জুবেদালি মুন্সীকো যেনেকৈ আপোন ভাব দেখুৱায়, কুঁজীৰ বলুকা কলিতাকো সাইলাখ তেনে দৰেই আদৰ-সাদৰ কৰে। কোন কিমান আপোন, সেইবোৰ একো বুজা টান। বেপাৰী মানুহৰ মুখৰ কথাৰপৰা একো ধৰিব নোৱাৰি। এই ডেকাটোৰ লগতো ককায়েক ভেগৰামৰ বেছ আপোন ভাব আছে বুলি বাসন্তীয়ে অনুমান কৰিছে।

তাৰ কথা,—নাম আৰু আঁত-গুৰি নজনা পুৰুষজনৰ কথা,—তাই আজি ইমানকৈ ভাবিছে কিয়? তাইৰ লাজো লাগিছে। হঠাতে তাইৰ মনটোত আউল লাগি গ'ল। আজি পুৱাতে তাই ভাবিব লাগিছিল,—গামোচাৰ ফুলটোৰ বাকী কেইডাল কাঠী কেতিয়া লৈব

হ'ব, পাতচিলাত থকা ককুণী মাহীয়েকৰ ঘৰৰ বৰ-সবাহলৈ সিহঁত এদিনৰ আগতে যাব নে দুদিনৰ আগতে যাব, ইত্যাদি। কিন্তু সেইবোৰ কথা একো মনলৈ নাহিল। অতর্কিতে, গোপনে আকৌ ডেকাটোৰ কথাহে মনে বিচাৰি ফুৰিছে। ভটীয়নি পানীত গুৰি-বঠা ধৰিব নোৱাৰি, মনক লেজুৰে বান্ধি থ'ব নোৱাৰি। তাই কাৰোবাৰ মুখে শুনিছিল,—কাছমাৰী ডুবিৰ হেনো তলী পাব নোৱাৰি; মনৰ কথাৰো পাৰ পাব নোৱাৰি। অপৰিচিত পুৰুষ এজনৰ প্ৰতি হঠাৎ আকৰ্ষণে তাইৰ গাভৰু মনটো চিৰল-চিৰলি কৰিছে। তাই আতুৰ হৈছে। তাই স্বাভাৱিক মনটো বনবাসী কৰিছে। সদায় ঠাই সৰা, বিজুলীৰ গতিৰে ঘৰুৱা কাম-বন কৰা, গৰকাত ভৰি চলাই তাঁতশাললৈ প্ৰাণ অনা আৰু দিনে দুবেলা ঢেঁকী বানি কাযৰীয়া মানুহক এজনী তেজৰঙী গাভৰু থকাৰ জাননী দিয়া তাইৰ পূৰঠ, আটিল আৰু চঞ্চল দেহাটোত দেশৰ মানে এলাহে জুম বান্ধিছেহি। তাঁতশালত মাকো থৰক-বৰক হৈছে। গৰকাত খোপনি ধৰা অভ্যস্ত চৰণৰ ছন্দ থমকি ৰৈছে।

বেলিটো ভালেমান একতীয়া হ'ল। ৰ'দটো গাত লাগিছে। আজি কাম ভালেমান বাকী থাকিল। পৰলীয়া চাউলখিনি বানিব লাগিছিল। হাঁহ কেইযোৰা চৰিবলৈ এৰি দি গঁৰালটো চাফ্ কৰিব লাগিছিল। আগ ফালৰ পিৰালি দুটা এতিয়াও মচা হোৱা নাই। ঘৰৰ আনবোৰ মানুহ ব্যস্ত। ভতিজাক দেউকণ আৰু চিকুণীয়ে চোতালত 'কাণি-মুনি ঘাই' খেলিছে। অৰ্থাৎ হাত দুখন মেলি 'কাণি-মুনি ঘাই, য'তে আছে ত'তে পাই' বুলি পাৰে মানে বলকি চক্ৰাকাৰে ঘুৰিছে আৰু একোবাৰ পাক-ঘূৰণি খাই চাঁচ কৰি মাটিত পৰি ফোঁপাইছে। ককায়েক ভোগৰাম বাতি-পুৱাই দগা-পাল্লা চাইকেলত বান্ধি ঢলপুৰীয়ালৈ গ'ল। নবৌয়েকে পাছ ফালে ডাঁৰত কাপোৰ মেলিছে হ'বলা। মাথোঁ বুঢ়ী মাক-জনীয়েহে চ'ৰাঘৰত গছৰ মুঢ়া এটাৰ দৰে বহি আছে আৰু মুখেৰে গুন্-গুনাইছে—'ভাল ভাল, ভাল ভাল, ভাল নাচে মদন গোপাল⋯'।

তাইহে ভঁৰালৰ আগত থকা গোটা খৰিভালত বহি আছে। ভৰিৰ আঙুলিৰে অকণ অকণকৈ মাটি একৰাইছে। পদুলিৰ আগেদি কোনোবা বুঢ়া মানুহ পাৰ হ'ল হ'বলা। দেউকণ আৰু চিকুণী সহা দুষ্ট। সিহঁত ঘূৰিবলৈ এৰি একেলগে চিঞৰিছে—বাঁহৰ মুঢ়া বগৰীৰ গুড়া, ক'ৰপৰা ওলালহি চকু চেলোৰা বুঢ়া ···। লগে লগে নবৌৰেকৰ মাতটো তাইৰ কাণত পৰিছে—"তইত বৰ বাঢ়ি গৈছ দেই। এনেকৈ বাটৰ মানুহ জোকোৱা মজাটো পাবি এক।"

খন্তেক পিছতেই নবৌৰেক তাইৰ কাষ পালেহি। এবাৰ তাইক ভৰিৰপৰা মূৰলৈকে চাই ল'লে। ওলমি মাটি ছুব খোজা চাদৰৰ আগটো কঁকালত ভালকৈ গুজি লৈ বিৰক্ত হোৱাৰ দৰে ক'লে, "বাসন্তী, থম-থম-মদন-গোপাল হৈ যে বহি আছ, ইফালে যে বেলি মূৰৰ পোন পালেহি, খবৰেই নাই? এতিয়াও দেশৰ মানে বন পৰি আছে।"

বাসন্তী থিয় হ'ল। তাইৰ লাজো লাগিল। নবৌৰেকে কিজানি ধৰা পেলালেই! বাসন্তীয়ে কাম পেলাই থৈ এনেকৈ বহি থকা নবৌৰেকে কেতিয়াও দেখা নাছিল। দোষ এৰাবলৈকে বাসন্তীয়ে মাত লগালে, "আজি পুৱাৰে পৰা গাটো ভাল লগা নাই। মূৰটো এভাৰ এভাৰ লাগি আছে।"

নবৌৰেকে সুবিধা পাই ঠাট্টা কৰিবলৈ চালে, "হয় নে কি? মই ভাবিছিলোঁ মনৰ অসুখ বুলিহে! আজিকালিৰ গাভৰু ছোৱালীৰ আকৌ মনৰ অসুখটোহে চাৰ। এৰা, এয়া গাভৰু হোৱাৰ দোষ।"

"কিয়নো মস্কৰা কৰ নবৌ? তই আজিকালি কিবাটো ক'লে কিবাটো বুজি লৱ।"

"মোক আৰু তই সুকীয়াকৈ বুজাব লাগিছে নে?"

"কি বুজিলি?"

"তই এজনী লায়ক গাভৰু হৈছ। আমি হ'লোঁ মূৰ্খ তিৰোতা। ইয়াতকৈনো কি বেছি বুজিম?"

এই বুলি কৈয়ে নবৌৱেকে হাঁহিলে। বাসন্তীয়ে পিছে হাঁহিব নোৱাৰিলে। তাইৰ বুকুখন শিঁয়ৰি উঠিল।

"নবৌ, দেউকণহঁতৰ পোছাক দুটা থুকুচিবলৈ থাকিল নে কি ?"

"নেলাগে দে। আজি বাৰু তোক আহৰি দিছোঁ। এঘৰৰ বোৱাৰী হ'লে আৰু ক'ত এনেকৈ তলী উদং কৰি ভাবিবলৈ আজৰি পাবি ?"

"এস্. নবৌজনী যে কি হৈ পৰিলি ?"

"নেলাগে আজল-মঠালিখন কৰি দেখুৱাব ! কথাতে কয় বোলে 'আজল জল, সাতোটা পোৰা মাছ ভাতৰ তল' ।"

এইবাৰ নবৌৱেক তাইৰ উত্তৰলৈ বাট নেচাই ভিতৰ সোমাল আৰু ভিতৰত গোৱা বিয়া নাম'একুট তাইৰ কাণত পৰিল—'ফুল আছে ফুলি, কদম আছে হালি, কিয় আইদেউ চিন্তা কৰা ৰাম নাহে বুলি ..'

তাইৰ বুজিবলৈ বাকী নেথাকিল যে নবৌৱেকে ভিতৰলৈ গৈ বিয়া নামটোও গাইছে তাইক জোকাবলৈকে। আজি নবৌৱেকলৈ সুকীয়া এটা মৰম সোমাল। ইমান ৰঙিয়াল আৰু মৰমিয়াল মানুহজনী ! মনত বেজাৰ বোলা বস্তুটোৱেই নাই। এৰা, কিয় বেজাৰ কৰিব ? ভোগৰামে যে ইমান মৰম কৰে ? কিন্তু এইজনী নবৌৱেকেই পৰৰ মনৰ কথা ইমান বুজে বুলি বাসন্তীয়ে আজিহে সঁহাৰি পালে।

সিহঁতৰ ঘৰৰ পাছ ফালৰ বাৰীখন বেছ বুজন। তামোল-পাণৰ গছেই কিজানি আঢ়ৈ কুৰি জোপামান আছে। দুজোপা ক'লা জামুৰ গছো আছে। পাভচিলাৰপৰা আনি ৰোৱা নাৰিকল দুজোপাই এইবাৰ কলি পেলাইছে। এইবাৰ আকৌ ৰেবাব টেঙা তিনি জোপাৰ এজোপাত কাঠ আলু বগাইছে। বাৰীখন বেছ চাফ চিকুণ। তেনেই ফু মাৰি তাত ভাত খাব পৰা বিধৰ। মন বেয়া লাগিলে বাসন্তীয়ে প্ৰায়ে বাৰীখনত সোমায়। খন্তি এখন লৈ আলু-কচু আৰু এদা-হালধিৰ গুৰি খুঁচৰি থাকেহি। আজিও

তাই পাছ ফালৰ বাৰীত সোমালহি। তাইক দেখি কেৰ্কেটুৱা এটাই তাইৰ ফালে চাই মুখ দুপিয়াৰ দৰে ভেঙুচালি কৰি কাঁড় এপাটৰ দৰে তামোলৰ আগলৈ সোঁ সোঁ কৰে আগ বাঢ়িল। পুলিচৰ দৰে টুপী থকা কাঠখোলা চৰাইটোৱে ইমান পৰে থেকেৰা এজোপাৰ গা-গছত যেনে গিৰমিট মাৰিহে আছিল। সিও খন্তেক তাৰ মিস্ত্ৰী কাম বন্ধ কৰিলে। আৱাৰ এটা কৰি অলপ পৰ ভুভক মাৰিলে। কণ খুড়াৰ বাৰীৰ বাঁহতলীডৰাৰ ফালে চাই তাই দেখিলে,—জহামাল এটা ইডাল বাঁহৰপৰা সিডাললৈ বগাইছে। বাসন্তীৰ অনুমান হ'ল,—ইহঁতেও যেন তাইৰ মনৰ কথাৰ উমান পাইছে। পশু-পখী সবৰজান বস্তু। এৰা, একো আচৰিত কথা নহয়। ইহঁতে জানিবও পাৰে। আৰু সেই কাৰণেই ইহঁতে এনেকৈ তাইক অভ্যৰ্থনা জনাইছে? এস্, তাই এইবোৰ কি ভাবিছে? সাধাৰণতে মানুহৰ জানো মনলৈ এনে কথা আহে? তাই পাগলী হ'ল নে কি? এইবোৰ আঁত বিচাৰি নোপোৱা কথা।

কিন্তু সোণাইপৰীয়া ছোৱালীয়ে এনেকৈয়ে ভাবে। সিহঁতৰ মানত সোণাইখন, ইয়াৰ কাষৰীয়া গছ-গছনি, চৰাই-চিৰিকটি আৰু বিশাল শ্যামল মোহনীয় প্ৰকৃতি,—সকলো মনৰ আপোন। ইহঁত প্ৰকৃতিৰ লগত অভিন্ন। সেয়েহে কুলি কেতেকীয়ে মনৰ কথা কয়। সোণাইৰ টলমল পানীতে চিকিমিকি সোঁতত জীৱনৰ ছন্দ বিচাৰি পায়। সোণাইখন সিহঁতে এৰিব নোৱাৰে। সোণাইতে সিহঁতে জীৱনৰ দীক্ষা পায়। সোণাইয়ে সিহঁতক কথা কয়। নাচে, হাঁহে, বিনায়।

বাৰীখন পাৰ হৈয়ে ডেৰকুৰি হাতমান দীঘল বাঁহবাৰী এডৰা আছে। মাথোঁ দুঠাইতহে ভলুকাবাঁহ আছে। বাকীখিনি চাপৰ চাপৰ মোকাল বাঁহ। তাৰ মাজেদিয়েই লুংলুঙীয়া বাটটোৱে সোণাইৰ ঘাটত নামিব পাৰি। আৰু, পাছ চোঁতালৰপৰা এই লুংলুঙীয়া বাটটোৰে সোণাইখন চকুত পৰেও। পাছ চোঁতালৰপৰা সোণাইলৈ দুই মিনিটৰ দূৰত্বহে। গতিকে পানী তুলিবলৈ হ'লে

যি-কোনো সময়তে আৰু যি-কোনো পোছাকেৰে সোণাই পাবলৈ নবৌয়েক আৰু বাসন্তীৰ অসুবিধা নহয়। পৰৰ চৌতাল থচকি বা বাজছৰা আলিয়েদি গৈ সোণাই পাব নেলাগে। নিজৰ বাৰীৰ পাছ ফালেই সোণাই। হাতীচুঙৰ মানুহবোৰৰ পাছ চৌতালত থকা কুঁৱাটো যেনেকৈ নিজৰ, সেই ফালৰপৰা চাব গ'লে বাসন্তীহঁতে পানী তোলা ঘাটটোও নিজৰ। এই ঘাটটোৰ আকৌ এটা নামো আছে—ঠানুৰা ঘাট। সিহঁতৰ কোনোবা এজন আজু ককাকৰ নাম হেনো আছিল ঠানুৰা কলিতা। তেওঁ বৰ আচৰিত মাছুৰৈ আছিল। শুনা যায় যে তেওঁৰ দৰে বৰশীত মাছ ধৰিব পৰা মানুহ আৰু এই অঞ্চলত নহ'ব সুপজিব। তেওঁ এইটো ঘাটতে বৰশীত পোৱা এহাত-এমুঠন বুকুৰ কত কাছ বান্ধি জীয়ন দি থৈছিল! এনেকৈয়ে কত বৌ-চিতল ৰাখিছিল! তেওঁ বৰ নামজ্বলা মানুহ আছিল। এতিয়া তেওঁৰ নামেই ঘাটৰ নাম হৈছে।

গা ধুবলৈ বাসন্তী ঘাট পালেগৈ। সিপাৰলৈ যিমান দূৰলৈকে চকু যায়, সিমানলৈকে চালে। কোনখন কি গাঁও হ'ব পাৰে ভাবি চালে। এইখন হ'ল খলপীয়া। সৌখন হ'ল চাবুকধৰা। ঠিক চকুৰ পোনে পোনে হ'ল পাভচিলা। তাই যি ঠাইত থিয় হৈ আছে তাৰপৰা সোণায়েদি চাৰি বেওঁমান পূবে যিটো ঘাট আছে সেই ফালেদিয়েই ডেকাজন পাৰ হয়। প্ৰায়ে চাইকেলখনেৰেই পাৰ হয়। কিন্তু ক'ৰপৰা পাৰ হয়? পাভচিলাৰ, খলপীয়াৰ, কুঁজীৰ নে কঁহুৰা-আঁটিৰ? নাম কি? ঘৰত কোন কোন আছে? বিয়া কৰালে? পিছে তাইক হ'লে সি চিনি পায়। এদিন সি আহিছিল ককায়েকক বিচাৰি। চাইকেলখন নঙলাডালত আউজাই গপ্ গপ্ কৰি চ'ৰাঘৰটোৰ ফালে খোজ দিছিল। তাইৰ আজি ঠিক মনত পৰিছে।—চুৰিয়াখন ছুটা পোন্ধ মাৰি পিন্ধিছিল। কামিজটো বগলীৰ পাখি যেন বগা। ককায়েকৰ দৰে বুকুৰ কাষৰ বুটামটো নেমাৰে। চোলাৰ হাত ছুটাও কিলাকুটিৰ ওচৰলৈকে কোঁচাই লয়। ককায়েকৰ দৰে মুখত দুৰৱিবন লেখিয়া ডাড়িবোৰ

নাই। নিকাকৈ খুকুওৱা। মুখখন ল'নি কৰি তোলা কিচ্‌কিটীয়া ক'লা মোছ কোছাই মুখৰ ফেঁচু-বগা বৰণটো যেন বেছি তেজ্‌গোৰা কৰি তুলিছে। ওখই-পাখই মানুহটো বেছ চকুত লগা। আৰু মাতটো যে কি গহীন! মতা মানুহৰ মাত তেনেকুৱাহে হ'ব লাগে! গলগলীয়া মাতটোত যেন গগনাৰ দৰে এটা সুকীয়া সুৰহে আছে! এনে ভাব হয়, এনে মাতৰ মানুহৰেই নিজৰ ওপৰত আস্থা বেছি। পৰেও এনে মানুহক বিশ্বাস কৰা উচিত। এনে মাত শুনিলে কোন গাভৰুৰ বুকুৰ কোনোবা অংশ ধৰ্‌ফৰ্‌-ধাৰ্‌ফাৰ্‌ নকৰিব?···

সি চ'ৰাঘৰৰ পিৰালিত ভৰি দিয়েই ক'লে, "ঘৰত কোন আছে? ভোগৰাম ককাই নাই নে কি?" বাসন্তীয়ে ওচৰৰ কোঠাটোৰপৰা সমিধান দিলে, "নাই। কিয় ব কৰু বিচাৰিছিল?"

"তেনেহ'লে শুনি যোৱাঁ। এটা খবৰ আছে।"

বাসন্তী চ'ৰাঘৰটো পালেহি। সি ক'লে, "অ' তুমিয়েই হ'বলা বাসন্তী। ভোগৰাম কায়ে সদায় বাসন্তী বাসন্তী বুলি কৈ থকা কাৰণে ভাবিছিলোঁ, এজনী সৰু ছোৱালী হ'বলা! পিছে দেখিছোঁ, বেছ বৰঘৰ, শুৱনী ছোৱালী!"

"বহক।"

"নাই। নোৱাৰোঁ বহিব। বহুত কাম আছে। এটা খবৰ দিবলৈ আহিলোঁ। ককায়েৰাক ক'বা,—পাভচিলাৰ চাকিৰামে খবৰ দিয়াইছে তাৰ ঘৰত এগাড়ী ধান আছে। কাইলৈৰ ভিতৰতে জুখি আনিবলৈ কৈছে।"

"বাৰু ক'ম।"

মানুহজন যিদৰে আহিছিল, সেইদৰে গপ্‌ গপ্‌ কৰি গুচি গ'ল। তাই কথা কোৱা সময়কণ তাৰ মুখৰফালে চাই থাকোঁতেই গ'ল। নামটো সুধিবলৈ মনতে নপৰিল। সি চ'ৰাঘৰ সোমোৱা নবৌৰেকেও দেখিছিল। কিন্তু তাই নবৌৰেকক সি কোন বুলি নুসুধিলে। নবৌৰেক যি হে মুখচুকী, উত্তৰ দিয়াৰ আগতে কৈ ল'ব—বেয়াকৈ সুধিলি একা? মন খাইছে নে কি?

সি আৰু এবাৰ আহিছিল। সেই দিনা ককায়েকৰ লগত কথা পাতি আছিল। তাই মাথোঁ সিহঁতৰ আগত দুবাটি চাহপানী দি আঁতৰি আহিছিল। কিন্তু সেই দিনা তাইৰ বুকুত কিবা এপাট কোমল শব্দে ৰিঙিছিল। সি লুকাই চুৰকৈ কথাৰ মাজৰেপৰা তাইলৈ চুৰাব চাইছিল। এবাৰ তাৰ হেলনীয়া ধুনীয়া চকু দুটা তাইৰ উঠন বুকুখনত খন্তেকলৈ খোপনি পিটি ৰৈছিল। তাইক সাত ভাবন্তৰ লাজে তেতিয়া হেঁচা মাৰি ধৰিছিল। অসাৱধান হৈ পৰা কাৰণে তাই দুৱাৰডলিত খুন্দা এটা খাইছিল। তাইৰ আৰু লাজ লাগিছিল।

সোণাইত একাঁঠুলৈকে নামি আজলি আজলি পানীৰে গাৰ বাকী অংশ তিয়াই তাই এইবোৰকে ভাবিছে। তিতা অংশ ৰ'দে শুকুৱাইছে। তাইঁ জোবোৰা এটা মাৰি গা ধুবলৈ পাহৰি গৈছে। ভাবিছে সি শেহৰ বাৰ অহাৰ কথা। মানে পৰহি।

তাই চ'ৰাঘৰত ঠাই সাৰি আছিল। এনেতে সি সোমালহি। তাই এইবাৰ বেছি স্বাভাৱিক হৈ বহিবলৈ ক'লে। সি মুঢ়া এটাত বহিল। তাই শোটাটো বেৰত আউজাই থ'লে আৰু উপযাচি ক'লে, "ককাইদেউ নাই। ফুলগুৰি হাটলৈ গৈছে।" নিজে ক'বলৈ সাহস কৰিলে ঘৰত নবৌয়েৰেক নাই কাৰণেহে। দুপৰীয়া বদো মণ্ডলৰ ঘৰত তিনিটাকৈ থাহীৰে ভোজ পাতিছে। তালৈকে এতিয়া নবৌয়েৰেক গৈছে—পাচলি আদি কাটি দি সহায় কৰিবলৈ। মাথোঁ দেউকণ আৰু চিকুণীযেহে চোতালত উমলি আছে।

"বাৰু, তুমি এটা কথা ক'বা। তেওঁ কাইলৈ জিলালৈ যাব বুলি মোক কৈছিল। এইখন কাগজ দিলোঁ। ইয়াতে কেইটামান দৰবৰ নাম লিখা আছে। এয়া পইচা। দৰবকেইটা কিনি আনিবলৈ কৈছে বুলি ক'বা। মই এদিন মানে পৰহিলৈকে নিমহি।"

এই বুলি কৈয়ে সি কাগজখন আৰু পাঁচ টকীয়া নোট এখন ওচৰৰে পীৰা এখনৰ ওপৰত থ'লে। বাসন্তীয়ে তাকে নিজৰ হাতত

তুলি ল'লে। দুয়ো অলপ পৰ নিমাতে ৰ'ল। বাসন্তীয়ে অনুমান কৰিলে,—সিও এনেকৈ নিমাতে বৈ অশান্তি পাইছে আৰু তাইৰো অস্বস্তি লাগিছে। চ'ৰাঘৰৰ নিতাল মৰমসনা বায়ুত তাইৰ দুটি উশাহ দুটামান লীন গৈছে। সি নিশ্চয় বুধিয়ক ডেকা। শেষত নিজেই সেই আত্মবিশ্বাস থকা সঙ্গীতমধুৰ মাতটোৰে ক'লে, "বাসন্তী, ঘৰলৈ মানুহ আহিলে তুমি শতুৰু বুলি ভাবা নে কি?" ইয়াকে কৈ সি ডাঙৰকৈ হাঁহিবলৈ চেষ্টা কৰিলে। নিস্তব্ধ চ'ৰাঘৰটো হঠাতে মুখৰ হৈ পৰিল। বাসন্তীৰ মনটো অলপ ফৰকাল লাগিল। তায়ো তেজবুলীয়া ওঁঠ দুখনি কিঞ্চিৎ বেঁকা কৰিলে। তাইৰ ভাব হ'ল, এই হাঁহিটোতে যেন তাই জীৱনত পহিলা বাৰলৈ মৰম-বাসনাৰ ৰঙা বোলৰ গোপনীয়তা মিহলালে। আগতে তাইৰ হাঁহি নিষ্কলুষ আছিল। শৰতকালৰ সোণাইৰ পানীৰ দৰে নিৰ্মল আছিল। কিন্তু তাৰ আগত দেখা দিয়া হাঁহিটো যে কিমান আউল লগা, কিমান অৰ্থপূৰ্ণ! কতনা অবুজন পীৰিতি-জেতুকাৰ বোল লগা!

"আপুনি বহক। মই চাহ এটোপা তপতাওঁগৈ।" তাই ক'লে।

"নেলাগে দিয়া। ধুনীয়া ছোৱালীজনীয়েনো মিছায়ে কিয় কষ্টখন কৰিব লাগিছে? তাৰ সলনি এষাৰ-দুষাৰ কথাকে পাতোঁ। ঘৰত মই ভালকৈ চাহ-জলপান খাই আহিছোঁ। চাহ কৰা সময়কণ তোমাৰ মুখলৈ চাই থাকিয়েই ভাল লাগিব।" সি সমিধান দিলে। পুৰুষৰ মুখত প্ৰথম নিজৰ ৰূপৰ প্ৰশংসা শুনি যেন বাসন্তী লাজতে মুছকঁছ গ'ল। নখে-মাটি-লেখা জোখে থিয় দি থাকিল। অলপ পাছত ক'লে. "তামোল এখনকে খাওক।" সি "বাৰু বেয়া পোৱা যদি খাওঁ দিয়া" বুলি সন্মতি দিলে। মুখত এটা মিচিকনি লৈ তাই তাৰ আগত তামোলৰ বটা দাঙি ধৰাৰ সময়ত ক'লে, "আজিৰে সৈতে তিনি বাৰ আহিল, অথচ নামটোকে নেজানিলোঁ।"

সি ক'লে "তেনেহ'লে তুমি আনকো মই কোন সোধা নাই? তেনেহ'লে নিশ্চয় মোলৈ তোমাৰ কৌতূহল কম?"

তাই ক'লে, "এস্, য'কে তাকেনো সোধোঁ। কেনেকৈ ?"

এইবাৰ সি হাঁহি হাঁহি ক'লে, "অ' বুজিছোঁ। তেনেহ'লে কৌতূহল বেছি। তোমাৰ সংকোচ।"

তায়ো হাঁহিলে। সেই হাঁহিৰ ওচৰত যেন বাঢ়নী সাণাইৰ খলকনি নিমাতে ৰ'ল।

"ধৰা, মোৰ নাম গেন্ধেলা।"

"ইস্, এনেহেন মানুহটোৰ নাম গেন্ধেলা হ'ব নে ?"

"তেনেহ'লে, ধৰা ৰাজকুমাৰ।"

"ভালকৈ সুধিছোঁ। এনেকৈনো মিছামিছি নামবোৰ কৈ কি আমোদ পাইছে ?"

"আৰু আমোদ কৰিবলৈনো কি চল পাইছোঁ ? ধৰা মোৰ নাম অৰ্জ্জুন। লক্ষ্য যাৰ স্থিৰ।"

"মানুহটোৱে ভাল জোকাবলৈ চল পাইছে দেও!"

এইবাৰ সি আৰু মুখৰ হৈ পৰিল। ভাওনাত পদ মতাৰ দৰে ক'লে, "অৰ্জ্জুন ফাল্গুনী সব্যসাচী ধনঞ্জয়। কিৰীটি বীভৎসু শ্বেত বাহন বিজয়।"

এই আঠটা নামৰ ভিতৰতে এটা বাছি উলিয়াবা। তেমাক তেনেহ'লে এটা সাঁথৰ দিলোঁ।"

এই বুলি কৈয়ে সি পদূলিৰ আগ পালেগৈ। চোঁতালৰপৰা বাসন্তীয়ে ডাঙৰকৈ ক'লে, "বাৰু, বিজয় নে ধনঞ্জয় ?" সি উত্তৰ দিলে, "মোৰ নাম যে সব্যসাচী নহ'ব, তাৰ কি মানে আছে ?" সি অলপ তাইৰ ফালে আগ বাঢ়ি আহিল আৰু ক'লে, "এই তিনিটা নামৰ কোনটো পছন্দ কৰিছা ?"

"পছন্দ কৰা নকৰাৰ ওপৰত কথা নাই। যিটো নামেৰে আপোনাক মানুহে জানে সেইটোহে লাগে! সব্যসাচী বুলি নাম হ'লে আমি শুনা নাই দেও।"

"মোক মানুহে একো নামেৰে জানিব নেলাগে। যি চিনি পাব, সি নাম নেজানিলেও চিনি পাব। গতিকে তুমি ইয়াৰে

যি কোনো এটা নাম বুলি ভাবি ল'লেই হ'ল। ধৰা মোৰ নাম ধনঞ্জয়।"

"হ'ব নোৱাৰে।"

"তেনেহ'লে বিজয়।"

"কিজানি হ'ব পাৰে।"

"আচলতে কিন্তু মোৰ নাম ধনঞ্জয়হে।"

"এস্, তেনেহ'লে আপোনাৰ নাম আৰু নোসোধোঁ। এতিয়া যিটো নাম ক'ব সেইটোতেই সন্দেহ হ'ব।"

গা ধুই মুখ আঁচোৰা সময়তো বাসন্তীয়ে এইবোৰকে ভাবি আছে। সি পৰহিলৈ আহিম বুলি কোৱা পৰহিটো আজিয়েই পৰিছে।

তাই মনে মনে নবৌয়েকৰ শোৱনি ঘৰত সোমাল আৰু খুব সাৱধানে কোঠাটো পৰীক্ষা কৰিলে। ক'তো একো নেপালে। অৱশেষত বিচনাৰ তলত এটা টোপোলা দেখিলে। তাই লৰালৰিকৈ টোপোলাটো খুলিলে আৰু দেখা পালে কিছুমান দৰবৰ বটল। বটলবোৰ সমান আকৃতিৰ। এনেবুৰা বটল হোমিওপেথিক ডাক্তৰেহে কিনে? কোনোবাটো বটলত লিখা আছে পলচেটিলা—৩০; কোনোবাটোত নক্সভমিকা আৰু লগতে এটা নম্বৰ। তাই আগৰ দৰে টোপোলাটো বান্ধি থ'লে। তাইৰ কৌতূহলৰ এক অংশ পূৰণ হ'ল। তাই ভাবিলে, সি তেনেহ'লে জিলাৰপৰা তাইৰ ককায়েকৰ হতুৱাই অনাবলৈ কোৱা দৰব এইবোৰেই। সি, তাইক আকৰ্ষণ কৰা প্ৰথম পুৰুষটোৱে, তেনেহ'লে হোমিওপেথিক চিকিৎসা কৰে। তাইৰ আকৌ মনলৈ আহে—তেনেহ'লে তাৰ হাতত এটা ডাক্তৰে লোৱাৰ দৰে বেগ নাছিল কিয়। থিতাতে ভাবি পায়, সি তেনে বেগ হয়তো হাতততহে নলয়! চাইকেলখনত যিটো খাকী ৰঙৰ বেগ আছে, তাতে হয়তো তাৰ ডাক্তৰী বেগটোও সুমুৱাই থয়।

অজানিতে তাইৰ মনটো আজি উজলি উঠিছে। সোণাইৰপৰা বোৱা চেঁচা বতাহ ছাটিয়েও তাইৰ গাটো জাৰ লগাব পৰা নাই। কিবা এটা অজান উত্তেজনাই তাইৰ তেজৰ সোঁত খৰকৈ বোৱাইছে। শীতকালতো তাই অবে ঘমা দিছে। দুপৰীয়া তাই পেট পূৰাই ভাতো খাব নোৱাৰিলে। কেই জেবামান খায়েই হঠাতে হাত ধুই পেলালে। আধা ঘণ্টামানৰ পাছত ভোক লগাতহে তাইৰ মনত পৰিল, তাই অকাৰণতে ভাত খোৱা শেষ হ'ল বুলি ভবাৰ কাৰণেই পেট খালী পৰি থাকিল।

প্ৰায় আবেলিয়েই হ'লহি। অলপ পৰৰ পাছতে তেনেহ'লে সি আহিবই। আজি আহিম বুলি কৈছে যেতিয়া আহিবই। মতা মানুহৰ এক কথা। তদুপৰি এনেকৈ চিকিৎসা কৰি ঘুৰি ফুৰা মানুহবোৰৰ মুখৰ কথাৰ মূল্য আৰু বেছি। বেলি বহিবলৈ অতি বেছি দুঘণ্টামান আছে। পদূলিৰ আগৰ কাকিনি তামোল-জোপাৰ ছাঁটো ভালেখিনি দীঘল হ'ল।

তাইৰ ভালকৈ পোছাক এটা পিন্ধিবৰ মন গ'ল। কিন্তু নিপিন্ধিলে। পিন্ধিলেই আনৰ চকুত পৰিব। ক'ৰবালৈ ওলাই যাব নে বুলি সুধিব। পিছে তাই ক'লৈকো ওলাই নেযায়। সেইখিনি সময়তে হয়তো সি আহি পাব পাৰে। সেই কাৰণে ঘৰত পিন্ধা কাপোৰবে আটাইতকৈ উত্তমযোৰ পিন্ধিলে। গুণাৰ পাতলি থকা জবা ফুলৰ ৰঙৰ ব্লাউজটো আজিহে তাইৰ বেছিকৈ পছন্দ হ'ল। মুখত অকণমান হিমানী স্নো সানিলে। তাৰ পাছত পাউডাৰ মাখিলে। মুখৰ গঢ়টো আৰু ৰং ভালেখিনি অদল-বদল হ'ল বুলি আইনা চায়েই ধৰিব পাৰিলে। মুখশ্ৰীৰ মোহনীয়তাত নিজেই বিস্মিত হ'ল। আইনাৰ আগত দুবাৰমান বিভিন্ন ভঙ্গিমাত মিচিকিয়াই নিজেই তৃপ্তি পালে।

নবৌয়েক ফণী এখন বিচাৰি তাইৰ কোঠাত সোমাইছিল। তাইক সাৱধানে মুখৰ যতন লোৱা দেখি সুধিলে, "ক'ৰবালৈ যাব নে কি ?" তাই অকণো অপ্ৰস্তুত নহৈ সমিধান দিলে, "নেযাওঁ।

মুখখন শুকান শুকান লাগি আছে কাৰণে অকণমান হিমানী সানিলোঁ।"

"যাব যদি ক। ময়ো ওলাওঁ। বজিতাই কেবা দিনৰপৰাই মাত্তি আছে।"

"নেযাওঁ। গাটো ভাল লাগি থকা নাই।"

"এবা, পাতত ভাত এবোঁতেই ধৰিব পাৰিছোঁ। পেটৰ অসুখ নে কি ?"

"নহয়। এনেয়েহে আভোক আভোক লাগি থাকে। অ' নবৌ, তোক এটা কথা সুধিম বুলি পাহৰিয়েই আছোঁ। বিচনাৰ তলত যে টোপোলাটো আছে, তাত কি বস্তু থৈছ ?"

"সেয়া আমাৰ বস্তু নহয়। ধনঞ্জয়ে ককায়েৰক জিলাৰপৰা দৰব আনিবলৈ কৈছিল। টোপোলাটোত সেইখিনি দৰব আছে।"

"অ' বুজিলোঁ। পিছে এই ধনঞ্জয় বোলা মানুহটোৰ ঘৰ ক'ত ?"

"পাভচিলাত।"

কথাৰ চলতে তাই বহুত কথাই উলিয়াই পেলালে। তাৰ নাম তেনেহ'লে ধনঞ্জয় আৰু ঘৰো তাই অনুমান কৰা ঠাইতে। সি কেবাটাও নাম কৈ তাইক এনেকৈ আউল লগাব নেলাগিছিল।

এনে সময়তে ককায়েক ক'ৰবাৰপৰা ঘৰ সোমালহি আৰু ভিতৰত ক'লেহি যে চ'ৰাঘৰলৈ দুবাটি চাহ পঠিয়াব লাগে। শুনিয়েই বাসন্তীৰ সঠিক অনুমান হ'ল যে ধনঞ্জয় আহিছে। এবাৰ দুৱাৰৰ ফাকেদি চাই ধনঞ্জয় বুলিয়েই নিশ্চিন্ত হ'ল। নবৌৱেকৰ নির্দেশ মতে তাই চকৰ তলত জাল দিলে। পানী তপত হয় মানে ইহঁত দুটাৰ কথা শুনিলে কেনে হয় ? ধনঞ্জয়ে বাৰু ককায়েকৰ লগত কেনেকুৱা ধৰণৰ কথা পাতিব পাৰে ? তাই বেৰৰ কাষত থিয় দি সিহঁতৰ কথা শুনাত লাগিল।

তাই ধনঞ্জয়ৰ মাতটো শুনিলে, "...ইয়াৰ মূলতে হ'ল ধাৰ দিয়া মহাজনবোৰ ঠগ। খেতিয়কে খেতি কৰিলে কি হ'ব ?

লাভটো পায় সিহঁতেহে। খেতিয়কে উচিত মূল্যত বস্তু বেচিবলৈকে নেপায়।"

ভোগৰামৰ মাতটো তাইৰ কাণত পৰিল, "পিছে মানুহবোৰো সেই। সিহঁতে আকৌ মহাজনক উপকাৰী মানুহ বুলিহে ভাবে। ইফালে যে উৰহৰ দৰে তেজ শুহি খাইছে ক'বই নোৱাৰে।"

আকৌ ধনঞ্জয়ৰ মাত, "সেই কাৰণেই ভাবিছোঁ, এইবাৰ পাভচিগাত এখন সমবায় সমিতি পাতিব লাগিব। কাৰণ, এতিয়াই যদি বাইজে..."

এনেতে নবৌয়েকে বাসন্তীক মাত দিলে। তাই ৰান্ধনি-ঘৰ পালেগৈ। নবৌয়েকে ক'লে, "পানী উতলিছে। তয়ে বাহিৰত চাহ দি আহগৈ। মোৰ আকৌ কাপোৰ-কানি লেতেৰা হৈ আছে।"

চাহ দিয়াৰ সময়ত বাসন্তীয়ে ধনঞ্জয়ক চাব নোৱাৰিলে। ককায়েকৰ আগত তাক চাবলৈ সংকোচ হ'ল। সিও তাইক একো নুসুধিলে। তথাপি দিনটো এনেকৈ সি অহালৈকে বাট চাই থকা আৰু সজি-পাৰি বোৱা অথলে গ'ল বুলি তাই নেভাবিলে।

## ॥ দুই ॥

বাসন্তীৰ মাক সুজলা তেনেই আলৰ বুঢ়ী। গাটো হলিছে। চুলি পকিছে। কফ বা বাত—কিবা নহয় কিবা এটা বেমাৰ বাৰ মাহে লাগিয়েই আছে। বুঢ়ীয়ে বছৰৰ লেখেৰে তেওঁৰ বয়স ক'ব নোৱাৰে। মাথোঁ কয় যে আগৰটো বৰ ভুঁইকঁপৰ কথা মনত পৰে। তাৰপৰা অনুমান কৰিব পাৰি, তেওঁৰ বয়স তিনি কুৰি পাঁচ বছৰৰ ওপৰ। বুঢ়ীৰ অসুখত পুতেকে চিকিৎসা কৰোৱায়। কিন্তু দৰব-পাতিত বেছি খৰচ হোৱা যেন দেখিলে কয়, "কিয়নো মৰা হাঁহক পাটী পাৰি বাখিব লাগিছে? দাঁত গ'ল, নখ মৰিল, গা শোটোৰা-শোটোৰ পৰিল। মোৰ এটা এটাকৈ এনেকৈ যমৰ ঘৰলৈ সাক্ষী গৈছেই। নিজে যাবলৈনো কেই দিন বাকী?" অৱশ্যে

পুতেক-বোৰাৰীয়েকহঁতে বুঢ়ীৰ কথালৈ কাণ নিদিয়ে। বেমাৰে উক দিলে লৰালৰিকৈ দৰৱ-পাতিৰ ব্যৱস্থা কৰে। বুঢ়ীও ঘৰৰ সকলোৰে ওচৰত কৃতজ্ঞ। বুঢ়া হৈছে যেতিয়া দুই এবছৰতে তেওঁ মৰিব। ইহঁতে এতিয়া বুজন হ'ল। তেওঁ নেথাকিলে ঘৰখন চলিব। সেই কাৰণেই কেঁকাই-গেঁথাই অকণমান সকাহ পোৱা ধৰণৰ বোগ নহ'লে আনবোৰ সাধাৰণ বোগৰ কথা ভোগবামহঁতে ভুকে নেপায়। বুঢ়ীয়ে নকয়। কিন্তু নক'লে কি হ'ব? বাসন্তী আৰু তাইৰ নবোৰেক তৰুলতাৰ বুঢ়ীলৈ খুব মৰম। অকণমান অথন্তৰ হ'লেই খুব ব্যস্ত হৈ পৰে। আজি এমাহ মানৰেপৰা অৰ্থাৎ আঘোণ সোমোৱাৰেপৰা সুজলা বুঢ়ীয়ে খোজ কাঢ়োঁতে বেছি থৰক-বৰক কৰা হৈছে। এদিন তেওঁ লাখুটিডালত ভৰ দি কণপাইৰ ঘৰলৈ গৈছিল পকা পাণ কেইখিলামান বিচাৰি। পিছে কণপাইৰ ঘৰ নেপালেগৈ। ভুলতে মণিপুৰীয়াৰ ঘৰৰ জাবৰৰ দ'ম এটাত উঠিলগৈ। মণিপুৰীয়াৰ ঘৰৰ চাৰিদাঁতীয়া টাকুৰীশিঙীয়া বলদটো চোকাও চোকা নেগুৰত হাত দিব নোৱৰা চোকা। হালোৱাটোত বাদে সি কালৈকো টেলাই নকৰে। যাকে-তাকে খোঁচে। সি জাবৰৰ দ'মটোৰ ওচৰতে জাতি লাউৰ আগ খাই আছিল। বুঢ়ী কাষ চপা দেখি কোঁচ কৰে খেদি আহিল। খোঁচ মাৰি পেলাই দিলে। মণিপুৰীয়াৰ পুতেক লচঙে বাৰুকৈ নেদেখাহেঁতেন, বুঢ়ীক বলদটোৱে খচকিলেহেঁতেন।

সেই দিনাৰেপৰা সুজলাক পুতেক-বোৰাৰীয়েকে ঘৰৰপৰা ওলাবলৈ মানা কৰিলে। তথাপি সুজলাৰ পৰা আৰু পয়মাল হ'ল। নাৰিকল জোপাৰ তলত প্ৰায়ে গা ধুবলৈ এবাল্টি পানী থোৱা হয়। বুঢ়ীয়ে খেপিয়াই খেপিয়াই পানী বাল্টি বিচাৰি উলিয়ায়। কেতিয়াবা আকৌ ওচৰতে পানী বুৰাবলৈ থোৱা ঘটিটো বা গিলাচটো বিচাৰি নোপোৱাৰ কাৰণে একাঁজলি একাঁজলি পানীৰে চেলেকা চুবুৰীয়াকৈ গা ধুবলগীয়া হয়।

দুদিনৰ আগতে আকৌ এটা অঘটন হৈ গ'ল। বুঢ়ী পাছ ফালে

বাহিৰ ফুৰিবলৈ গৈছিল। প্ৰায় আধা ঘণ্টামানৰ ভিতৰত বুঢ়ী ঘুৰি অহা নাই। তৰুলতা আৰু বাসন্তী চিন্তাত পৰি গ'ল। ঘৰৰ কোঠাকেইটা চলাথ কৰি নেপাই ছুয়োজনী বাৰীৰ ফালে গ'ল আৰু দেখিলে, বাঁহবাৰীৰ পশ্চিমফালে থকা কেঞ্জাবন গজা ওখ ঢাপটোৰ কাষত যিটো চাবি হাতমান দ' খাল আছে, তাতে বুঢ়ী পৰি আছে।

এইবাৰহে সকলোৰে ধ্ৰুব বিশ্বাস হ'ল যে বুঢ়ীয়ে চকুৰে একেবাৰে মনিব নোৱাৰে। অৱশ্যে এই কথা ভোগৰামেহে নেজানে। বেপাৰ কৰি টলৌ-টলৌ কৰি ঘুৰি ফুৰা মানুহ। চৰাই-চিৰিকটি বাহৃত থকা সময়কণৰ সমানহে সি ঘৰত থাকে। বাসন্তীৰ মাকলৈ খঙো উঠিল। চকুৰে নমনে বুলি আগতেই মাকে সিহঁতক ক'ব পাৰিলেহেঁতেন। ৰাজ-বেমাৰৰো চিকিৎসা আছে যেতিয়া চকুৰে নমনা অসুখটোৰো কিবা ব্যৱস্থা নাই নে? মাক ক'ৰবাত পৰি মৰাহেঁতেন সিহঁতকহে দোষে ছুলেহেঁতেন?

বাসন্তীয়ে কিন্তু মাকক আচলতে খং নেদেখুৱালে। কোমল সুৰেৰেই সুধিলে, "বৌটি, তোৰ বাৰু চকু বিষায় নে, খচখচায়? ওচৰতো একো মনিব নোৱাৰ নে কি?" মাকে জীয়েকৰ পিঠিত হাত ফুৰাই ফুৰাই ক'লে, "এৰা, কেইদিনমান হ'ল ওচৰতো বস্তু নমনা হৈছো। পিছে এয়া মোৰ চকুৰ অসুখ বুলি ঠিক ক'ব নোৱাৰি। বুঢ়ী হ'লো নহয়, চকুত জাল পৰিছে। সেয়েহে। ই একো নতুন কথা নহয়। দাঁত গ'ল, চকু গ'ল, এটা এটাকৈ সাক্ষী যমৰ ঘৰলৈ গ'লেই। জনম-মৰণ বিধিৰ লিখন আই। বেজ কবিৰাজতো আমাৰ দৰে ছুৰ্ভৈভীয়া মানুহহে!"

বাসন্তীয়ে মাকৰ কথাত বৰ সন্তাপ পালে। এয়েতো জীৱন। তথাপি মানুহৰ কিমান গৰ্ব! তাই মাকৰ মুখলৈ এবাৰ চালে। মাকৰ ব্যথাভৰা মুখখনে যেন তেওঁৰ গোটেই জীৱন-বুৰঞ্জী কৈছে। তাইৰ মাক হয়তো জীয়াই থাকিব আৰু অতি বেছি পাঁচ বছৰ। কিন্তু এই পাঁচ বছৰেইনো এই পৃথিৱীৰ পোহৰ নেদেখাকৈ, সোণাই-পৰীয়া প্ৰকৃতিৰ ৰূপহ নেদেখাকৈ কি সান্ত্বনাৰে, কি ভাবনাৰে আৰু

কি আৱেগেৰে জীয়াই থাকিব ? মাকেতো গম নেপাব যে সোণাইৰ বুকুত সুকয় জিলিকিলে কিমান সুন্দৰ দেখি। অথচ এই গৰাকী জননীৰ গৰ্ভত স্থান লৈয়ে তাই পৃথিৱীৰ পোহৰ দেখিছে। তাই শেষত ভাবি পালে যে মাকৰ চকু ভাল নকৰোৱা মানে তেওঁক মৰিল বুলি ধৰি লোৱা। এইটো কেতিয়াও হ'ব নোৱাৰে, কেতিয়াও হ'ব নোৱাৰে। ককায়েক আজি তিনি দিন ঘৰলৈ অহা নাই। দৰঙিয়াল গাৰ'লৈ গৈছে। তাত হেনো এখন ডাঙৰ মেলা হৈছে। অলেখ ৰাইজ গৈছে। বজাৰ-সমাৰো বহিছে। তাতে থাকি ভোগৰামে কটা কাপোৰ (গেঞ্জি, কামিজ, ব্লাউজ, চেমিজ, কম্বল আদি) বেচিছে। বাসন্তীয়ে নবৌয়েকক তাইৰ অভিমত জনালে। তৰু-লতায়ো হয়ভৰ দিলে।

দুপৰীয়া বাসন্তীয়ে মাকক তিতা কাপোৰেৰে গাটো মচি দিয়াৰ সময়ত ক'লে, "বৌটি, মই ভাবিছোঁ, ককাইদেউ আহিলে ক'ম,—তোক এদিন জিলালৈকে লৈ যাওক। তাতে ডাক্তৰৰ হতুৱাই চকুৰ জাল কটালে আগৰ দৰে দেখা হ'বি।"

মাক সুজলাই খন্তেকলৈ হ'লেও অলপ আনন্দ পোৱা যেন লাগিল। সুধিলে, "হয় নে কি ? তই কেনেকৈ জানিলি ?"

"সিটো ভাদত মাহীৰ ঘৰলৈ যাওঁতে গম পাই আহিছোঁ। তাতে যোগেন নামৰ মণ্ডল এটা আছে। তাৰ মাকৰ এনেকৈ জাল পৰিছিল। সি জিলাত চকু কটাই অনোৱাৰ পাছত বুঢ়ীয়ে ভালকৈ দেখা হ'ল। অৱশ্যে চকু কটোৱাৰ পাছত বিত-চকু এযোৰ পিন্ধিবলগীয়া হয়।"

বাসন্তীয়ে লক্ষ্য কৰিলে তাই কোৱা কথাখিনি মাকে মনো-যোগেৰে শুনা নাই। আকৌ বিমৰ্ষ হৈ পৰিছে। ওপৰলৈ মুৰ তুলি কিবা এটা চিন্তাত নিমগ্ন হৈছে। অলপ সময় তেওঁ এনেকৈ থাকি হুমুনিয়াহ এটা পাৰি মাত লগালে, "অৱশ্যে চকুৰে দেখা পালে ভাল। কিন্তু মোৰে শপত বাসন্তী, তই যাতে ঘূণাক্ষৰেও কথাটো ককায়েকৰ আগত তুলিয়াব। সি খুব দুখ পাব। দেখিছই নহয়,

এই মাহটো সি কিমান খাটিছে। ঘুৰি ঘূৰি তাৰ দেহৰ বৰণ কেহেৰাজ-বটা যেন হৈছে। এনে সময়ত আকৌ সি মোৰ কাৰণে জুলুমত পৰিব নেলাগে।”

“কিন্তু কি সত্তেনো মই নোকোৱাকৈ থাকিম?”

“বুঢ়ী হ'লোঁ। গিয়ানো হ'ল। এতিয়া তহঁতৰ মুখলৈকে চাই জীয়াই আছোঁ। তহঁতবে যদি মোৰ কাৰণে দুখ হয়, মই কিহৰ ভাবসাত জীয়াই থাকিম? তককো কৈছোঁ, ভোগৰামক যাতে এই দুমাহ মোৰ চকুৰ অসুখৰ কথা নকয়। তই যদি কৱ, মই মৰাৰ সমান দুখ পাম।”

“ককাইদেউ প্ৰায়ে জিলালৈ গৈ থাকে। তোকো গাড়ী এখনত লৈ গ'লে একো অসুবিধা নহয়।”

“কিন্তু জিলালৈ নিলেই জানো সকলো ওৰ পৰিব? কত খৰচ হ'ব! তই সদায় দেখিয়েই আছ দেখোন, এই কেইটা মানুহক পুহিবলৈকে তাৰ ভৰ্ধনি বাজ হৈছে; উপায় নোপোৱাত পৰিছে।”

কেইদিনমান ককায়েকৰ আগত কথাটো মুলিয়াৰ বুলি মাকক তাই কথা দিলে যদিও মনটো বৰ গধুৰ হৈ থাকিল। তাই মাকৰ এটা কথা লক্ষ্য কৰিছে আচৰিত মানিলে। তেওঁ আলৰ বুঢ়ী হৈছে, চকুৰে নেদেখা হৈছে, সদায় নিমাখিতভাৱে দিন নিয়াইছে; অথচ তাৰ কাৰণে শাৰীৰিক যন্ত্ৰণাহে হৈছে, মনত অকণো দুখ নাই,—বুঢ়ী হোৱাৰ অনুশোচনা নাই। স্বামী বিয়োগৰ যন্ত্ৰণাও নিৰবে, সুস্থিৰে আৰু সম্ভ্ৰমেৰে বহন কৰিছে। সেই কাৰণেই গাভৰু হোৱাৰেপৰা বাসন্তীৰ মনটোৱে মাকৰ এৰি অহা দিনৰ বহুত কথা জানিবলৈ বিচাৰিছে। নিজৰ জ্ঞান আৰু অভিজ্ঞতাৰে সীমিত জীৱনত তাই কেইবাটাও গুৰুতৰ জীৱন-প্ৰশ্নৰ সম্মুখীন হৈছে। তাইৰ জীৱনলৈ কৌতূহল বাঢ়িছে।

ৰাতি শুবৰ সময়ত তাই মাকক তেনে ধৰণৰ কিবা এটা ইঙ্গিতৰ প্ৰশ্ন সুধি পেলোৱাত আৰু মাকে অতি শীঘ্ৰে তাইৰ সকলো ভাব বুজি পেলোৱাত তাইৰ আচৰিত লাগিল। মাকে তাইক ক'লে যে

তেওঁ সাম্প্ৰতিক অৱস্থাৰ কাৰণে অকণো মনৰ দুখী নহয়। তেওঁ তেওঁৰ জীৱনত বহুত কিবা পালে। জীৱনে পূৰ্ণতা পালে। গতিকে এতিয়া পৰিতাপ কৰিবলৈ একো নাই। যাক এৰি অহা দিনবোৰে একো দিব নোৱাৰিলে, সিহে অতীতৰ হেৰোৱা ছেগৰ কথা সুঁৱৰি বিকলাঙ্গ জীৱনৰ প্ৰতি মুহূৰ্ত বিষময় কৰি তোলে।

কথাখিনি মাকে খুব সহজভাৱেই কৈছিল আৰু তেওঁৰ যে জীৱন-বোধত কোনো কৃত্ৰিমতা নাছিল, বাসন্তীয়ে খুব ভালকৈ এই কথা উপলব্ধি কৰিছিল। সেয়েহে জীয়াই থাকিবলৈ ভাৰসা বিচাৰি পাইছিল।

ছন্দময় গতিশীল জীৱনত বহুত ঘটনাই থৌকিবাথৌ লগায়। জীৱনত নতুন ৰং লাগে। কিন্তু কালে পাহৰি পেলায়। কালে যৌৱনক আৰু বাসনাক ক্ষমা নকৰে। সাতামপুৰুষীয়া সোণাইখনে প্ৰতি দিনে বাসন্তীক এই কথাই কয়। অলিখিত ভাষাৰে সোণাইয়ে কুলু কুলু সুৰেৰে বহুত কথা কৈ বাসন্তীৰ মন জুৰায়। তাই বুজি পায় এটা অবৰ্ণনীয় মাধ্যমেৰে। বুজি পায় পীৰিতিৰ কথা, জীয়া জীৱনৰ কথা আৰু জীৱনৰ নশ্বৰতাৰ কথা। এই সোণাইৰ বুকুতে কত পীৰিতিয়ে ঠন ধৰিলে, কত পীৰিতি এই সোণাইৰ জিলিমিলি ঢৌৰে লীন কৰিলে। আৰু কতনা পীৰিতিয়ে কতনা নতুন ৰূপত ইয়াৰে হাৰাপানী লৈ অংকুৰি উঠিব! তাই সোণাইৰ শান্ত শ্যামল প্ৰকৃতিৰ মাজত অনঙ্গৰ নতুন ৰূপত দেখা পালে ধনঞ্জয়ক। তাইৰ নতুন চেতনাৰ উন্মেষ হ'ল। তাই বুজি পালে, তাই গাভৰু হ'ল;—নিজক কাৰোবাক বিলাই দিয়াৰ আৰু কাৰোবাক আমঠুৰ মাজৰ-পৰা ভাল পাই গ্ৰহণ কৰাৰ সময় হ'ল। ধনঞ্জয় বাৰু আকৌ সিহঁতৰ ঘৰলৈ নাহিব নে কি? সি এই দহ দিন পাভচিলাতো নাই নে কি? আহিলেও সুকীয়াকৈ লগ পাবৰ সুবিধা নহ'ব নে কি? সোণাই-পৰীয়া ম'হ-গুৱাল এটাই বিৰিণাৰ মাজত বাঁহীত ফুক দিছে। মন বিয়াকুল কৰা সুৰটোৱে তাই থকা ঠাসুৰা ঘাটটো এইমাত্ৰ সজীৱ কৰি তুলিছে। কলহত পানী তোলা সময়কণতে তাইৰ

মনত বিজুলী জিলিকিছে। তাই অকাৰণতে ভাবি পাইছে,—সি ধনজয় হঠাতে এদিন আগৰ কেইদিনাৰ দৰে ওলাবহি ;—তাইক সি খুব মৰমেৰে কিবা ক'বহি।

কিন্তু মাকৰ যদি চকু দুটা ইমান দিনে ভাল হ'লহেঁতেন! মাকৰ আদেশ লঙ্ঘন নকৰিবলৈকে তাই ভোগবামক একো কোৱা নাই আৰু ক'বলৈ চলও পোৱা নাই। সি আজিকালি দিনটো ঘৰত নেথাকেই। সোমবাৰে পুৱাতে দহ মাইল চাইকেল কৰি জিলা পায়গৈ। ৰাতি ওলায়হি 'কেৰিয়াৰ'ত মেটমৰা বোজা এটা লৈ। জিলাৰপৰা কিনি অনা বস্তুৰ এই বোজাটো সি কাকো চুবলৈ নিদিয়ে। ইয়াত তাৰ বেপাৰৰ বস্তু থাকে। যেনে কামিজ, কম দামী ধুতি, এক বান্দিলমান সূতাৰ নেছা, সৰু ল'ৰা-ছোৱালীৰ ফ্ৰক, চোলা আদি আৰু এটা সৰু মাৰ্কিন কাপোৰৰ থান নতুবা দুই এখন সস্তীয়া কম্বল। মঙ্গলবাৰে পুৱা এইবোৰ বস্তু চাইকেলেৰে জাজৰিৰ হাটলৈ লৈ যায় আৰু বেলি লেহিয়াই যাওঁতেহে ঘৰ সোমায়হি। বুধবাৰে আকৌ একে কামৰ কাৰণে বতুৱা চাইকেল-খনেৰে জিলালৈ যায় আৰু একে সময়তে ঘৰ পায়হি। বৃহস্পতি-বাৰে আকৌ আগ দিনা অনা বস্তু দলংঘাট বজাৰত বেচেগৈ আৰু হেলাই-হেঁপাই ঘৰ পায়হি প্ৰায় ৰান্ধনি ৰ'দ ওলোৱাৰ সময়তহে। শুকুৰবাৰে পুনৰ জিলালৈ যায় আৰু শনিবাৰে তাৰ বেপাৰৰ বস্তু ফুলগুৰি হাটত বেচেগৈ। ফুলগুৰি হাটখন ডাঙৰ। দিনটো বহে। গতিকে শনিবাৰে সি গধূলিহে ঘৰ ওলায়হি। তাৰ যে ইমান দুখ! সি কাৰণেহে ইমান দুখ সহিব পাৰিছে। ইমান দুখ নকৰিও উপায় নাই। ঘৰৰ এপাল মানুহ পোহে কেনেকৈ খেতিৰ মাটি মাথোন তিনি হালিচা,—এচক আগ্ৰাত এটা আলুক। এনেকৈ বেহা-বেপাৰ নকৰিলে ঘৰখনৰ আইধা। তাৰ খোৱা-শোৱাৰ সময়ৰ ঠিক নাই। দিনভতো ভাত খোৱাৰ একো সময়েই নাই। পুৱা ভোক নেলাগোতেই প্ৰায়ে ভাত খাবলগীয়া হয় আৰু ভোক লগাৰ সময়ত হয়তো বজাৰত। অনিয়মিত হোৱাৰ কাৰণেই তাৰ আজিকালি

পিত্ত হৈছে। জেপত চৌদাৰ টোপোলা এটা লৈ কুৰে। ককায়েকৰ মুখ দেখি বাসন্তীৰ বৰ মায়া হয়। সিহঁতক পুহিবলৈকে যে তাৰ কি আপ্ৰাণ চেষ্টা! মাকে ঠিকেই কৈছিল, "এই কেইটা মাহ তাৰ খুব কষ্টৰ দিন। মোৰ কথা ক'লে তাৰ আৰু কষ্ট বাঢ়িবহে।" তদুপৰি ইমান খাটিছে যদিও টকা-পইচাৰ অভাৱ গুচাব পাৰিছে জানো? লাভৰ টকাৰে মাথোন কোনোমতে জোৰা-ফোন্দা মাৰি ঘৰখন চলাব পাৰিছে।

তথাপি ককায়েকক মাকৰ কথাটো এদিন কম বুলি বাসন্তীয়ে ছেগ চাই আছে। ক'বলৈ চেলুকে পোৱা নাই। সি যিদৰে ভাগৰুৱা হৈ ঘৰ সোমায়হি, ক'বলৈকে কেনেবা কেনেবা লাগে। তদুপৰি মাজে মাজে সি গোঙোৰা-মুৰা হৈ থাকে। কিজানি তেনেকৈ থকাৰ দিনা তাৰ বেপাৰত লোকচান হয়। ঘৰত থকা সময়কণ সি সৰু নোট-বহী এখনত কিবা-কিবি লিখি খুব মনোযোগেৰে 'দেনা-পাওনা'ৰ হিচাপ কৰি থাকে। সেই সময়ত তাক মাতিবলৈকে ভয় লাগে।

কিন্তু ভোগৰামৰো নজৰ কম নহয়। ঘৰত কম সময় থাকে যদিও সি মাকক লক্ষ্য নকৰাকৈ থকা নাই। মাক যে এদিন ঢাপৰ ওচৰৰ খালত পৰি আছিল, সি নেজানে। কিন্তু মাকৰ যে চকু আগৰ দৰে নহয়, এই কথা তাৰ ব্যৱসায়ীৰ তীক্ষ্ণ বুদ্ধিৰে আৰু সূক্ষ্ম দৃষ্টিৰে ধৰিব পাৰিছে। সেই কাৰণে বাসন্তী আৰু তৰুলতাই কথাটো লুকুওৱা এপৰেই নহ'ল। সি নিজেই গম পাই গ'ল।

ভাত খাবৰ সময়ত সি তৰু আৰু বাসন্তীক খঙেৰেই ক'লে, "মই জানো, বৌৱে, মোক নকয়। চিকিৎসা কৰিলেও মোৰ জুলুম হোৱা বুলি ভাবে। সেই বুলি মোক তইঁতে নজনাইছিলি কিয়?"

তৰুলতা নিমাত। বাসন্তীয়েহে সিহঁতৰ দোষ স্বীকাৰ কৰিলে। শেহত ভোগৰামে ক'লে যে দুদিনৰ পাছত সি গৰু-গাড়ীত মাকক জিলালৈ নিব। এইটো মৰাপাটৰ বেপাৰৰ সময় নহয় কাৰণে নিজৰ গাড়ীখনৰ চকা খুলি থোৱা হৈছে। গাড়ীৰ চাংখনো বেয়া হৈ

আছে। সি সেই কাৰণে সদৰৰ ঘৰৰ গাড়ী আৰু গাড়োৱানৰ ব্যৱস্থা কৰিছে। সি হাস্পতাল আৰু ডাক্তৰৰ সম্পৰ্কে একো উৱাদিহ নেপায় কাৰণে লগতে ধনঞ্জয়কো লৈ যাব। সিও যাম বুলি কথা দিছে।

*        *        *

গৰু গাড়ীখনৰ চাঙত ধান-খেৰ দি কোমল কৰি দিয়া হ'ল। পাটী পাৰি এটা গাঁৰুও থোৱা হ'ল। বুঢ়ী গাড়ীত উঠিল। তেওঁ পোনতে নেযাওঁ বুলিয়েই আঁকোৰ-গোজালি লাগি আছিল। খুব খট্‌বান্ধ লাগি ধনঞ্জয়হে জিলালৈ ওলাল।

ধনঞ্জয়ে হোমিওপেথিক চিকিৎসা কৰে যদিও জিলাৰ ভালেমান মানুহৰ লগত তাৰ পৰিচয় আছে। ডাক্তৰো ভালেকেইজন তাৰ চিনাকি। সি চৰকাৰী হাস্পতালত বুঢ়ীক দেখুৱালে। সেই-দিনা বুঢ়ীৰ চকুৰ জাল কটা হ'ল। কিন্তু সেই দিনাই ঘৰলৈ নিবলৈ ডাক্তৰৰপৰা অনুমতি পোৱা নগ'ল। গতিকে গৰু-গাড়ীত ভোগৰামহে ঘৰলৈ গুচি আহিল। কাৰণ সি জিলাত চাৰি দিন থাকিলে তাৰ বহুত লোকচান। সি বৃহস্পতি আৰু শনিবাৰে হাট কৰিব নোৱাৰিলে সপ্তাহটোৰ কাৰণেই ঘৰখন চলা টান। ভোগৰামৰ অনুৰোধ মতে ধনঞ্জয়হে বুঢ়ীৰ লগত থাকি গ'ল।

চকুৰ জাল কটাৰ পাছত বুঢ়ীৰ চকু তিনি দিনলৈ বান্ধি ৰখা হ'ল। চাৰি দিনৰ মূৰত ঘৰলৈ নিব পাৰে বুলি অনুমতি পোৱা গ'ল।

ইফালে ঘৰত বাসন্তীৰ অন্তৰত কিহবাৰ ঢৌ ব'লে। ধনঞ্জয়ো বৰ ব্যস্ত মানুহ। তথাপি সি তাইৰ মাকৰ লগত চাৰি দিন চহৰত থাকিল। ইয়াৰ কাৰণ এয়ে নে কি যে সি পৰৰ উপকাৰ কৰি ভাল পায়? সি যদি ইমান নিস্বাৰ্থ, তেনেহ'লে সি মানুহ নহয় দেৱতা। কিন্তু তাইৰ মনটোৱে এনেকৈ ভাবিবলৈ সম্মত নহ'ল। ইয়াৰ কাৰণ এয়ে নে কি যে ধনঞ্জয়ে ককায়েক আৰু মাকক এই

সুযোগতে বুকুৰ আপোন কৰি তাইৰ লগত তাৰ মিলনৰ পথ উজু কৰিব খুজিছে? এই প্ৰশ্ন মনলৈ অহাৰেপৰা তাইৰ নানা ধৰণৰ ভাববোৰ দূৰ-দূৰণিলৈ কমোৱা তুলাৰ দৰে উৰি ফুৰিব ধৰিলে। নিৰলে গোপন মনৰ লগত মিতিৰালি কৰি পুলক অনুভৱ কৰিলে। কিহবাৰ অজ্ঞান শিহৰণ অনুভৱ কৰিলে।

বুঢ়ী ঘৰলৈ আহি দুদিনমান জলকা মাৰি থাকিল। কেই-দিনমানৰ 'পাছত চকুৰ বান্ধ খুলি দিয়া হ'ল। বুঢ়ীয়ে বস্তু মনিব পৰা হ'ল। ভোগৰাম আৰু ধনঞ্জয়ে বুঢ়ীক দৃষ্টি-দান দিলে।

বুঢ়ীক জিলালৈ নিয়াৰ দিনা ধনঞ্জয় অন্য ধৰণে ব্যস্ত আছিল। বাসন্তীয়ে চাহ দিয়াৰ সময়ত তাইৰ মুখলৈ স্পষ্টভাৱে চাই মিচিকিয়াইছিল। ইমানেই:হে। তাই তাতোকৈ অৰ্থপূৰ্ণ এটি মিচিকিয়নিৰে তাক সম্ভাষণ জনাইছিল আৰু এজনী ধুনীয়া ছোৱালীৰ আপোন ৰূপৰ ওপৰত স্বাভাৱিক বিশ্বাস থকাৰ কাৰণেই সকলো যুক্তি আৰু ধনঞ্জয়ৰ চৰিত্ৰৰ মূল বৈশিষ্ট্য কাতি কৰি থৈ তাই গৰবিনী হৈ ভাবিছিল,—বুঢ়ীৰ কাৰণে ধনঞ্জয়ৰ ইমান আস্ত-ব্যস্ত ভাব কাৰ কাৰণে? কেৱল বুঢ়ীৰ অসহায় অৱস্থাৰ কাৰণেই ধনঞ্জয়ৰ এই মমত্ববোধ আৰু উদাৰতা? তাৰ বাবে কিজানি আটাইতকৈ ডাঙৰ কাৰণ হ'ল—বুঢ়ী বাসন্তীৰ মাক।

বুঢ়ী জিলাৰপৰা অহাৰ দিনা ধনঞ্জয় আহিছিল। বুঢ়ীক লৈ জিলাত কি কি অসুবিধাত পৰিছিল, এইবোৰ কথা পুংখানু-পুংখকৈ সি ভোগৰামক কৈছিল। সেই সময়ত তায়ো সেই ঠাইতে থিয় দি আছিল। মন্ত্ৰমুগ্ধা হৈ তাই তাৰ কথা শুনিছিল। তাৰ কথা কোৱাৰ ধৰণটো বৰ মোহনীয়। কিজানি ভালকৈ ক'ব জানে কাৰণেই আৰু মাতটোও পুৰুষোচিত কাৰণেই। আৰু সি মানুহটোও বেছ পাকৈত। তাৰ কথাৰপৰা তাই বুজিলে, জিলাতো তাৰ বেছ প্ৰতিপত্তি আছে।

সেই দিনা সন্ধিয়াতে সিহঁত ঘৰ পাইছিল। গতিকে ৰাতি

ভাত খাবলৈ ধনঞ্জয়ক সিহঁতৰ ঘৰত ৰখা হ'ল। তাবৈ চ'ৰাঘৰত বিচনাখনো বাসন্তীয়েই ঠিকঠাক কৰি দিলে।

সেই দিনা ধনঞ্জয়েই তাইক পোনতে মাতি কথা আৰম্ভ কৰিছিল। সি কৈছিল, "বাসন্তী, আজিৰে সৈতে পাঁচ দিন তোমালোকৰ ঘৰলৈ আছিলোঁ, অথচ তুমি মোক সম্বন্ধ ধৰি যে নেমাতিলাই, কথা সুধিলেও কোনোমতেহে উত্তৰটো দিয়া। মই কিবা গৰীয়াৰ ঘৰলৈ গোসাঁই আহিছোঁ নে?"

বাসন্তীয়ে একো উত্তৰ নিদিছিল আৰু তাৰ মুখলৈ চাই মুখ টিপি হাঁহিছিল। হাঁহোতে তাইৰ দুগালত দুটা সৰু গাঁত হৈছিল। তাইক বেছি আকৰ্ষণীয়া দেখা গৈছিল। গাভৰু ছোৱালীৰ সহজাত বুদ্ধিৰে তাই ধৰিব পাৰিছিল যে সি অভিযোগ তুলি এনেকৈ কোৱা নাছিল। কৈছিল কথা বহলাবৰ উপায় এটা উলিয়াবলৈহে। সি হয়তো তাইৰ মনৰ কথা বেকত কৰাব বিচাৰিছিল, নতুবা কথা পাতি তাইক তাৰ প্ৰতি আসক্ত কৰিব খুজিছিল। কিয়নো, গাভৰু ছোৱালীৰ ওচৰত পুৰুষ মানেই ভেড়া হয় আৰু কোনো কোনো বিশেষ মুহূৰ্তত অতি গহীন মনটোতো বৰষুণৰ আগৰ ম'ৰাই চালি-নাচ নাচে। তেতিয়া পুৰুষৰ যুঁজাৰু কঠিন মন লেতুসেতু হৈ পৰে।

তাই উত্তৰ নিদিছিল যদিও তাৰ লগত কথা পাতিবৰ হেঁপাহ দমাব নোৱাৰিছিল। তাই সুধিছিল, "আপুনি বাৰু পৰৰ কাৰণে খাটি কিয় ইমান ভাল পায়?" তাৰ পাছতে হঠাৎ তাইৰ মুখৰপৰা ওলাই পৰিছিল, "আপুনি যে ইমান ভাল!" সি খুব মনোযোগেৰে তাইৰ কথা শুনিছিল আৰু উত্তৰ এটা দিবলৈ অলপ পৰ চিন্তিত হোৱা যেন দেখা গৈছিল। সি লাহে লাহে কৈছিল, "বুইছা বাসন্তী, মানুহে সদায় সকলো কাম নিজৰ ভালৰ কাৰণেই নকৰে। নিজৰ স্বাৰ্থ এটা গোপনে পুহি লোকৰ উপকাৰ কৰিবলৈ অৰণ্যে এতিয়াৰ মানুহে শিকিছে।"

এনেতে ভিতৰৰপৰা ককায়েকৰ মাত শুনা গৈছিল। তাইক

মাতিছিল। তাই সাউংকৰে ককায়েকৰ ওচৰ পাইছিলগৈ। ককায়েকে কৈছিল, "মোৰ কোঠাৰ আলনাত ধুতি এখন আছে। ককায়েৰক সলাবলৈ দেগৈ।" সেই সময়ত নবৌয়েক ভাত-চৰুত বন্ধা-বঢ়াত ব্যস্ত আছিল। তাই ধুতিখন ধনঞ্জয়ৰ ওচৰত থোৱাৰ সময়ত সি তাইৰ নিচেই কাষতে থিয় হৈ সৰু সৰুকৈ কৈছিল, "বাৰু বাসন্তী, দিনটোৰ কোনোবা এটা আজৰি সময়ত একো নেভাবা নে? বাসন্তী নিৰুত্তৰ। তাই হাত দুখনেৰে মুখখন ঢাকি পেলাইছিল আৰু ভালেমান পৰ নিশ্চল হৈ ৰৈ আছিল। সি মাতত বেছি গোপনীয়তা সানি কৈছিল, "তুমি খুব ভাল ছোৱালী। সেই কাৰণেই মই সোধা এই কথাটোৰ পোন উত্তৰ দিব নোৱাৰা। এই কথা মই জানো। আৰু এক প্ৰকাৰে মই উত্তৰ পালোঁ।"

এই কথা শুনাৰ পাছতে তাই তাৰ ওচৰত থিয় দি থাকিব পৰা নাছিল। একো নমতাকৈ ভাত-চৰুৰ পিনে খোজ দিছিল। তাইৰ বুকুখন ধপ্‌ধপাইছিল।...

লাহে লাহে তাই ধনঞ্জয়ৰ আগত ওলাবলৈ সংকোচ নকৰা হয়। কাৰণ ঘৰৰ সকলোৱেই তাৰ প্ৰশংসাত পঞ্চমুখ। মাকে কয়, "সি মোৰ কোনোবা জনমত পো আছিল। আগেয়ে ভাবিছিলোঁ, মোৰ পো মাথোঁ এটা। পিছে ধনঞ্জয় বোপাও মোৰ পোৱেই।" ককায়েকে কয়, ধনঞ্জয়ৰ দৰে ভাল ডেকা বিৰল। তাৰ দৰে যদি মই উদাৰ হ'ব পাৰিলোঁহেঁতেন! এনে মানুহৰ লগত ভালে থকা ভাগ্যৰ কথা।"

বাসন্তীয়ে এইবোৰ শুনি বৰ সুখ পায়। ধনঞ্জয়ক বৰ নিজৰ নিজৰ লাগে। গাভৰু হোৱাৰ পাঁচ বছৰৰ পাছত হঠাতে নিজৰ মন আৰু আকাংক্ষাৰ পৰিৱৰ্তন দেখি আশা-নিৰাশাত প্ৰায়ে চমকি উঠে।

## ॥ তিনি ॥

পাভচিলাৰ মানুহে ধনঞ্জয়ক ভাল পায়। ধনঞ্জয় কেনেকুৱা মানুহ সকলোৱে জানে। সি কিন্তু ক'ৰ ল'ৰা আৰু ক'ৰপৰা আহি ইয়াত খোপনি পিটি লহি,—এইবোৰ একো নেজানে। তথাপি পাভচিলাৰ মানুহে ধনঞ্জয়ক নিজৰ গাঁৱৰ এটা বুলিয়েই গ্ৰহণ কৰিছে।

পঞ্চাছ চনত যিটো বৰ ভূঁইকঁপ হ'ল, সেই সময়তে সি ক'ৰবাৰপৰা এই ঠাই ওলালহি। তাৰ ভালেমান গুণ। মানুহক মৰম লগাই কথা ক'ব জানে। বিপদত পৰিলে তাৰ উপদেশটোহে কামত আহে। সিফালে আকৌ সি হোমিওপেথিক ডাক্তৰ। ৰাইজৰ বিশ্বাস, সি ভালেমান আচল ডাক্তৰতকৈও ওপৰত। ৰোগীৰ মুখ দেখিয়েই বেমাৰৰ আঁতি-গুৰি বুজি পায়। সি অহাৰ-পৰা গাঁওখনৰ ভালেখিনি উন্নতি হৈছে। সি নোহোৱা হ'লে মাইনৰ স্কুলখন ইমান সোনকালে হৈ নুঠিলহেঁতেন। পাভচিলাৰপৰা বৰবৰিলৈ যিটো আলি হৈছে, তাৰ কাৰণে সি ৰাইজৰ চহী গোটাই চৰকাৰৰ ঘৰত যিমান যুঁজিলে,—শুনিলে আচৰিত হ'ব লাগে। পাভচিলাত এখন পশু চিকিৎসালয় হোৱাৰ মূলতে যে তাৰ চেষ্টা, এই কথা ৰাইজে নুই নকৰে। এতিয়া সি ৰাইজৰ মত গঢ়ি তুলিছে—এখন সমবায়-সমিতি খুলিবৰ কাৰণে। তাৰ চেষ্টা নোহোৱা হ'লে ৰাইজে চৰকাৰৰ ঘৰৰপৰা ইমান সঘনে শইচৰ ভাল গুটি আৰু সাৰ আদি নেপালেহেঁতেন।

পঞ্চাছ চনৰ কোনোবা এটা মাহত সি হঠাতে পাভচিলা ওলালহি। গাঁৱৰ কেইজনমান মানুহৰ ওচৰলৈ গৈ সি নম্ৰভাৱে জনালে যে সি উজনি অসমৰ কোনোবা এখন চহৰৰপৰা আহিছে। সি চৰকাৰী চাকৰি এটা ইস্তফা দি ইয়ালৈ আহিছে,—ৰোজকাৰৰ এটা বাট বিচাৰি। সি মেট্ৰিক পাছ। তদুপৰি সি হোমিওপেথিক

চিকিৎসাও জানে। ৰাইজে তাক পাঠশালা স্কুলটোৰ ওচৰৰ বাকৰিখনত এটা ঘৰ সাজি দিলে।

তাৰ পাছৰপৰাই তাৰ আচৰণত গঞা মোহিত হ'ল। সি হোমিওপেথিক চিকিৎসা কৰি পইচাও পোৱা হ'ল। হোমিওপেথিক দৰবৰ দামো কম। সোণাইপৰীয়া দুখীয়া মানুহৰ কাৰণে এনে দামৰ দৰবতকৈ বেছি দামৰ ডাক্তৰী দৰব কিনিবলৈ সাধ্যই নুকুলায়। তদুপৰি ল'ৰা-ছোৱালী আৰু অশৌচীয়া তিৰোতাৰ কাৰণে হোমিওপেথিক দৰবেইহে আচল বস্তু। পিছে ধনঞ্জয়ক কেৱল হোমিওপেথিকৰ চিকিৎসক বুলি ভবাই ভুল হ'ব। দৰব আৰু পথ্য দিয়াত সি চিকিৎসা শাস্ত্ৰৰ জাতি-কুল বিচাৰ নকৰে। সি মূলতে হোমিওপেথিকৰ চিকিৎসক যদিও মেলেৰীয়া জ্বৰত কুইনাইনেই দিয়ে। কাহত চাৱন প্ৰাসকে খাবলৈ দিয়ে। ৰোগী দুৰ্বল হ'লে সাৰিবাদি সালসাকে যোগান ধৰে। মুঠতে হাস্পতাল নথকা, বোকা-পানী খচকি কাহানিও ডাক্তাৰ যাব নোখোজা ঠাইত ধনঞ্জয়েই একমাত্ৰ চিকিৎসক,—অসহায়ৰ সাৰথি।

ৰাইজে যি ঠাইত তাক ঘৰ সাজি দিছিল, সেই ঠাইখন সি দেখনিয়াৰ কৰি তুলিলে। মাটি-ডোখৰ আছিল ধুলাৰাম শইকীয়াৰ। সি ধন দি মাটি-ডোখৰ কিনি ল'লে আৰু নিজৰ নামত মিয়াদী পট্টা কৰাই চাবেক কৰি ল'লে। চাৰি খুতলীয়া ঘৰ এটা সজালে। তাৰে এটা কোঠাত ৰোগীৰ পৰীক্ষাৰ কাৰণে আছুতীয়াকৈ যা-যোগাৰ ৰখা হ'ল। লাহে লাহে সি ষ্টেথেচকোপ, আলমিৰা আৰু চাইকেল কিনি পেলালে। মাইনৰ স্কুলখনত হেড্‌মাষ্টৰ হ'বলৈ তাক ৰাইজে এই বছৰ বৰকৈ ধৰিছিল। সি সেই অনুৰোধ বিনীতভাৱে প্ৰত্যাখ্যান কৰি ক'লে, "একে হাতে দুটা শ'ল ধৰিব নোৱাৰি।"

ইমান দিনে সি ৰাইজৰ সেৱা কৰিছিল। এক মনে চিকিৎসাৰ কিতাপ পঢ়িছিল। ৰোগীৰ হৈ খাটি আত্ম-সন্তুষ্টি লাভ কৰিছিল। পুৰণি দিনৰ অসহনীয় ঘটনাবোৰে তাৰ মনক জুমুৰি দি ধৰিবলৈ চল নেপাইছিল। সি জীৱনত এটা গতি পাইছিল। জীয়াই

থকাৰ এটা অৰ্থ বিচাৰি পাইছিল। কালি বাসন্তীৰ ওচৰৰপৰা অহাৰ পাছত সি জীয়াই থকাৰ আৰু গভীৰ অৰ্থ বিচাৰি পালে যদিও তাৰ হা-হুতাশ বাঢ়িল। আগৰ আত্ম-সন্তুষ্টি, মনোযোগ আৰু বাস্তৱক নিৰাসক্তভাৱে গ্ৰহণ কৰাৰ ক্ষমতা সহসা শিথিল হৈ পৰিল। লুকাই-চুৰকৈ নানা ৰৰণীয়া ভাববোৰ আহিল। আশা-আকাংক্ষা বাঢ়িল। নিজকে নিজে বুজিবলৈ চালে। তাৰ মনত বহুত প্ৰশ্ন। প্ৰকৃত সুখ ক'ত? শংকৰ গুৰুৱে ক'ব,—"হৰি ভকতিত হৰিৰ কিংকৰ বুলি ভাবি তেওঁতে নিজক সপি দিয়াত।" স্বামীজীয়ে ক'ব,—"মানুহৰ সেৱাত। দৰিদ্ৰ নাৰায়ণৰ পূজা কৰাত।" তাৰ মনত ভাঙৰ অনুতাপ। সি যদি আৰু পঢ়া-শুনা কৰিবলৈ সুযোগ পালেহেঁতেন। এতিয়াও কিতাপ পঢ়িবলৈ সুবিধা পোৱাহেঁতেন। তেতিয়া যে তাৰ কত প্ৰশ্নৰ উত্তৰ পালেহেঁতেন! হয়তো আংশিক উত্তৰ। জীৱনৰ খেলিমেলিৰ নিয়ামক হিচাপে কোনো সনাতন সমাধান বিজ্ঞানি নাই। তথাপি সি লোকৰ হিত সাধি সুখ পাইছে। এই সুখ আত্মা-ব্যাপী। যন্ত্ৰণাই তাৰ সুখৰ অনুভূতি-জ্ঞান বঢ়াইছে।

আজি সি কালিৰ কথা ভাবি বেছি সচেতন হৈ পৰিছে। বাসন্তীক সি মনৰ কথা কৈ ভুল কৰিলে নে কি? নিশ্চয় নাই কৰা। তাই যে ইমান ধুনীয়াকৈ সঁহাৰি দিলে। কিজানি সেই সঁহাৰি দিবলৈকে তাই দিন গণি আছিল!

নিজক বুজিবলৈকে সি আগৰ কেবাটাও ঘটনাৰ আশ্ৰয় লৈছে। দুটা সৰু ঘটনা। এটাহে বেছ তাৎপৰ্যপূৰ্ণ। পাভচিলাৰ সৰুকণৰ সন্নিপাত জ্বৰ হৈছিল। চৈধ্য দিন পৰাত আৰু বেছি টান হৈছিল। সি সেই দিনা ৰোগীক পৰ দিছিল। আগ ৰাতি ৰোগীয়ে ভুল বকিছিল। কিন্তু দুপালি দৰৰ খুওৱাৰ পাছত সি টোপনি গৈছিল। বৈণীয়েকে সকাহ পাই ওচৰতে শুই পৰিছিল। বৈণীয়েকজনী গাভৰু। অসাৱধানভাৱে হঠাতে তাই টোপনি যোৱাৰ কাৰণে তাইৰ গাৰ কাপোৰ-কানি বিশৃংখল হৈ আছিল। লেমৰ চিমিক-চামাক

গোহবত তাইৰ সুগোল শুভ্র লোভনীয় উৰুপ্ৰদেশ আৰু আধা ঢাকা বক্ষস্থলে তাক উন্মনা কৰিছিল। কামনাৰ অশান্ত, বহ্নিয়ে তাক জীয়াতু ভোগাইছিল। সি ভাবিছিল, এতিয়া যদি তাইৰ হাতত ধৰা হয় আৰু লেমটো সুমুৱাই দিয়া হয়, তাই নিশ্চয় তাৰ ইচ্ছাত ধৰা দিব। এই চিন্তাই তাৰ মনত মুহূৰ্তে মুহূৰ্তে প্ৰবলতৰৰূপে দেখা দিছিল। সি পাহৰি পেলাইছিল,—সোণাইৰ উত্তৰ পাৰক কেন্দ্ৰ কৰি গঢ়ি উঠা তাৰ ভৱিষ্যৎ আৰু তাৰ সাময়িক খ্যাতি। কিন্তু হঠাৎ এক অজান শক্তিয়ে তাক বাধা দিছিল। সি ভাবিছিল,—তাই অসহায়। সেই কাৰণেই হয়তো উপাই নেপাই নিজৰ দেহ-সম্ভাৰ সপি দিব। তাৰ বিনিময়ত হয়তো ভাবিব,—সৰুকণ তথাপি জীয়ক। আৰু সৰুকণ যেতিয়া সুস্থ হ'ব, তেতিয়া তাই গোপনে আজীৱন ধনঞ্জয়লৈ ঘৃণা পুহি ৰাখিব। এজনী মানুহৰ ঘৃণাই যে তাৰ সমগ্ৰ সত্তা কলুষিত কৰি তুলিব পাৰে। এয়া নীতিৰ প্ৰশ্ন। নিজৰ লোকপ্ৰিয়তাৰ সুযোগ লৈ সি হীন হ'ব নোৱাৰে।

'মনক নিয়ম কৰি ইন্দ্ৰিয়ক দমি' সি হাতত-সাৰে ভৰিত-সাৰে ৰোগীৰ ওচৰৰপৰা গুচি আহিছিল আৰু পাছ দিনা গাঁৱৰ আটাইতকৈ বুঢ়া মানুহ শ্ৰীধৰ বায়েনৰ ওচৰলৈ গৈছিল। বায়েনৰ বয়স প্ৰায় চাৰি কুৰিৰ ওচৰ। গাঁৱৰ দায়-জগৰ তেৱেঁ মাৰে। জ্ঞানী মানুহ। সি বায়েনক কৈছিল, "দেউতা! মই ভাবিছোঁ, কেইমাহমান এইবোৰ কামৰপৰা আঁতৰি থাকোঁ। মোৰ নিজৰ প্ৰতি অশ্ৰদ্ধা হৈছে।" বায়েনে আচৰিত হৈ কাৰণ সুধিছিল। সি খুব আবেগেৰে কৈছিল, "মানুহে মোক ইমান ভাল পাই ভুল কৰিছে। মানুহে মোক দেৱতা-জ্ঞান কৰি আৰু ভুল কৰিছে। মানুহ মানুহেই। মানুহ দেৱতা হ'ব নোৱাৰে।" তাৰ আৰু এবাৰ কথা কোৱাৰ ইচ্ছা আছিল যে তাৰ মাজতো এটা বিষাক্ত সাপ লুকাই আছে। কিন্তু এনেকৈ ক'বলৈ সি টান পাইছিল। সি কি ক'ব খুজিছে শ্ৰীধৰ বায়েনে সঠিক একো বুজা নাছিল যদিও ভালেমান উপযুক্ত কথা কৈ তাৰ অনুতাপ কমাইছিল।

কিন্তু সি এতিয়া ভাবি পাইছে,—বাসন্তীক সি মনৰ দুৰ্বাৰ আকাংক্ষাৰ ইংগিত দি ভুল কৰা নাই। মানুহ জীয়াই থাকিবলৈ আৰু কিবা এটা লাগে।—অকণি কামসিক্ত আপুৰুগীয়া মৰম। আৰু বাসন্তীয়ে যে তাক ভাল পায়—এই কথা তাইৰ চকুৱে কয়, মুখে কয়, দেহভংগিমাই কয়। তদুপৰি সি যে তাইক লৈ সংসাৰ কৰিব।

দুপৰতে সি সোণাই পাৰ হৈ দক্ষিণ পাৰত ভৰি দিলেগৈ। চাইকেলখন লগত অনা নাই। বাসন্তীৰ ঘৰ ওলাবলৈ তাৰ সংকোচ হ'ল। আগেয়ে ভোগৰামৰ ঘৰলৈ যোৱা আৰু এতিয়া যোৱাৰ বহুত তফাত্। তাৰ ভাব হৈছে, এতিয়া সিহঁতৰ ঘৰলৈ গ'লে যেন বেৰৰ বিন্ধাবোৰো চকু-কাণ হৈ তাকে লক্ষ্য কৰি থাকিব। সোণাইৰ পাৰে পাৰে খোজ দি দি সি ঠানুৰা-ঘাট পালেগৈ। হঠাতে সি শিঁয়ৰি উঠিল। সি ইমান আশা কৰা নাছিল। ঘাটৰ গড়াৰ সমান ঠাই এডোখৰত কলগছ এজোপাৰ ছাঁ লৈ বাসন্তী গালত হাত এখন থৈ কিবা ভাবি আমন-জিমনকৈ বহি আছে। সি মাত দিলে, "বাসন্তী!" তাই উচপ্ খোৱা মানুহৰ দৰে হঠাতে থিয় হ'ল। ক'লে, "অ' আপুনি!"

ধনঞ্জয়ে আদেশৰ সুৰত ক'লে, "বহাঁ।" তাই বহিল। সি আকৌ আৰম্ভ কৰিলে, "তোমাক কিছুমান কথা কম বুলিয়েই ভাবি আহিছোঁ। নক'লে হয়তো মই শান্তি নেপাম। মই খুব অকল-শৰীয়া। আৰু অতি আচৰিত কথা, কিছুমান দুখৰ কথা তোমাৰ আগত ক'বলৈহে ভাল লাগিব।"

এই বুলি কৈ সিও বহি পৰিল। ভৰ দুপৰীয়া। সোণাইৰ পাৰ খুব নিজম। দূৰৈৰপৰা গঙ্গা-চিলনীৰ মাতটো ভাঁহি আহিছে। নিৰৱতা আৰু মুখৰ কৰি তুলিছে। নিচেই কাষতে মাছ-ৰোকায়ো মাতিছে। সাধাৰণতে বলা বতাহত সিপাৰৰ কঁহুৱাবন কঁপিছে। পশ্চিম দিগন্তত কেইখনমান নাও ৰেখা একোডাল হৈ মিলি আছে। দুয়ো ডেকা-গাভৰুৰ দুখনি তৰুণ হৃদয় দুৰু দুৰু কঁপিছে। সিহঁত

আপোন-পাহৰা হৈছে। সি কৈছে, "বাসন্তী। এতিয়াওতো তুমি নেজানা, মই কোন ?" বাসন্তীয়ে কৈছে, "আৰু কি বেছি জানিব লাগিছে ?" সি অতি সন্তৰ্পণে তাইক তাৰ দুখ-ইতিহাসৰ কথা কৈ মনৰ বোজা পাতলাইছে।

"বাসন্তী, তুমি হয়তো নেজানা যে মই এইদৰে সমাজৰ কাম কৰি ফুৰাটো এটা নিজকে ভুলাই ৰখাৰ উপায়হে।"

"কেনেকৈ হ'ব ?"

"সঁচা কথা কৈছোঁ। ভালেমান দিনৰ মূৰত সঁচা কথা কৈ সকাহ পাইছোঁ। মানুহবোৰক যেনেকৈ কৈছোঁ, তেনেকৈয়ে বিশ্বাস কৰিছে। সোণাইপৰীয়া মানুহ ইমান সৰল! সেই কাৰণেই এই ঠাইক নিজৰ ওপজা ঠাইৰ দৰে লাগিছে। সিহঁতে মোক সোধা নাই,—মই কিয় নিজৰ ঘৰবপৰা আঁতৰত আছোঁ; মোৰ পৰিয়ালত কোন আছে।"

"কৈ যাওক।"

"এৰা, মোৰ জীৱনটো তোমাৰ আগত দাঙি ধৰোঁ। তেতিয়া হয়তো তোমাৰ মোলৈ পুতৌ উপজিব। হয়তো সেই কাৰণেই তুমি মোক কাহানিও পাহৰিব নোৱাৰিবা।"

"কিয় এনেকৈ কৈছে ? মই জানো বেজাৰ নেপাওঁ ?"

"শুনি ভাল লাগিছে বাসন্তী,—খুব ভাল লাগিছে।"

বাসন্তীৰ দুচকু চলচলীয়া হয়। ধনঞ্জয়ৰ মাতটো হয়—কঁপা কঁপা, অস্থিৰ আৰু আকুতিৰে ভৰা। বাসন্তীয়ে তাৰ বুকুত আশ্ৰয় লয়। সি মাজে মাজে তাইৰ পাঁজি-সেৰীয়া আঙুলি কেইটা ছুই ছুই, মাজে মাজে তাইৰ কোমল মিহি চুলি দুডালমান আলফুলকৈ মোহাৰি মোহাৰি তাৰ জীৱনৰ এৰি অহা দিনবোৰৰ কথা কৈ যায়।

লক্ষীমপুৰৰ গাঁও এখনত তাৰ ঘৰ। বাপেক সৰুতে ঢুকাল। বৰ দেউতাকৰ লগত থাকি মাকে তাক আৰু ভনীয়েকক ডাঙৰ-দীঘল কৰিলে। দুখী দুখী অৱস্থাৰে মাকে কটনা-কাটি তাক

হাইস্কুলবো দুশ্রেণীমান পঢ়ালে। কিন্তু মাক বেছি দিন জীয়াই নেথাকিল। বৰ দেউতাক ভাল মানুহ নহয়। লাহে লাহে তাক আৰু ভনীয়েকক দেখিব নোৱৰা হ'ল। ঘনাই ঘনাই গাজত লগা কথা কোৱা হ'ল। সি স্কুল এৰি গৰখীয়া হ'ল। ভনীয়েকো চাকৰণীৰ দৰে দিন নিওৱা হ'ল। কত দিন যে সিহঁতে মনৰ দুখত ভোকৰ ভাত মুঠি নেখালে! কোনেও তাৰ ভু নেৰাখিলে। কত ৰাতি যে সিহঁতে উচুপি উচুপি উজাগৰে কটালে,—তাকে শুনি কাৰো হিয়া নপমিল। সিফালে হ'লে ৰবদেউতাৰ নিজৰ ল'ৰা-ছোৱালীক কিমান আৰামত তুলিলে! সিহঁতৰ পিন্ধা-উৰা আৰু খোৱা-বোৱা ধনঞ্জয় আৰু ভনীয়েকৰ লগত অমিল। ডাঙৰ হৈ এইবোৰ বুজি পাই সি মাকৰ শৱদাহ কৰা ভেঁটিটোৰ ওচৰত গৈ চিঞৰি চিঞৰি কান্দিলে, চিঞৰি চিঞৰি মনৰ কথা ক'লে। শ্মশানৰ গভীৰ নিথৰ বায়ু আৰু বেদনাময়, আৰু অসহনীয় কৰি তুলিলে। কিন্তু ভগৱান তাৰ প্ৰতি সদয় নহ'ল। মৰি সৰগ পোৱা মাকৰ আত্মায়ো যদি তাক আশীৰ্বাদ দিলে,—সেই আশীৰ্বাদো সোনকালে নফলিয়ালে। ভনীয়েক মনতৰাৰ ওপৰত ৰৰমাকৰ অত্যাচাৰ দিনে দিনে চৰিলহে। সিও ঘৰত সোমাই ভাইৰ বিননি শুনি পিছলৈ সহিব নোৱৰা হ'ল। এদিন মনে মনে মনতৰাক ক'লে, "মই ঘৰৰপৰা এদিন ইহঁতক দেখুৱাই যামগৈ। ইহঁতে মোক ঘৰতে থাকিবলৈ কেতিয়াও নধৰে। এই কথা মই জানো। ক'ৰবাত চাকৰি-বাকৰি কৰিম। তোলৈ নিয়মিত টকা পঠিয়াম। তই ইহঁতৰ হকা-বাধা নুশুনি আপোন মনে থাকিবি। টনকিয়াল হ'লে তোকে মোৰ লগলৈ লৈ যাম আৰু এদিন ইয়ালৈ নিৰ্ভয়ে আহি আমাৰ মাটি-বাৰীৰ ভাগ বিচাৰিমহি। নিদিলে আদালতত গোচৰ কৰিম।" মনতৰায়ো তাৰ কথাত হয়-ভৰ দিলে।

সি ঘৰ এৰিলে। প্ৰথমতে আহি ডিব্ৰুগড়ৰ চাহৰ দোকান এখনত সোমালহি আৰু আন ঠাইত কাম বিচাৰিলে। এই দৰে দুমাহ বিফলে গ'ল যদিও তাৰ মনৰ বল বাঢ়িল। এবুৰি টকা

জপত লৈ সি আকৌ ঘৰ ওলালহি। তাৰ আৰু চাহৰ দোকানত কাম কৰিবৰ মন নাই। তাক দেখি ববদেউতাকে অকণো অনুকম্পা নেদেখুৱালে। মাথোঁ ঘৈণীয়েকক শুনাই ক'লে, "সি ক'লৈ গুচি যাব? সি কিমান ফুটৰ ল'ৰা মই ইমান দিনে বুজা নাছিলোঁ নে? অ' বুজিছোঁ, সি বাপেকৰ ভেঁটিৰ ভাগ ল'বলৈ আহিছে!" ঘৰত তাক কোনেও মাত এষাৰ নিদিলে। আনকি একে লগৰ ববদেউতাকৰ পুতেক নবেনেও ইমান দিনৰ মূৰত তাক দেখি মুখ ঘূৰাই পেলালে। কেৱল মনতৰাইহে তাৰ গাত ধৰি হেঁপাহ পলুৱাই কান্দিলে। সি কিন্তু নেকান্দিলে। সি অযথা কঠিন হৈ পৰিল। মনতৰাৰ হাতত ৰূপ পোন্ধৰ টকা দি সি ক'লে, "মন, ইয়াৰে ভাল কানি-কাপোৰ এযোৰ অনাই লবি।" এই বুলি কৈয়েই সি তাইৰ কথা শুনিবলৈ বাট নেচাই বাকী পাঁচটা টকাকে একমাত্র সম্বল কৰি জীৱন-সংগ্ৰামৰ কাৰণে বাহিৰৰ নিকৰুণ পৃথিৱীলৈ আকৌ ওলাই আহিল।

এইবাৰ সি ডিব্ৰুগড়লৈ নগ'ল। মৰাণলৈহে ট্ৰেন্সপ'ৰ্ট বাছত টিকেট কাটিলে। বাছৰ কণ্ডাক্টৰটো তাৰ চিনাকি। কাৰণ সি যিখন চাহৰ দোকানত কাম কৰিছিল, সেইখন দোকানলৈ প্ৰায়ে সেই মানুহটো যায়। খোৱাওত বাছ বোৱাৰ সময়ত সি ধনঞ্জয়ক ক'লৈ যাব সুধিলে। কণ্ডাক্টৰজন লোকৰ দুখ বুজা মানুহ। ধনঞ্জয়ক দেখিয়েই বুজিছিল যে সি বৰ অসহায়। খুব সহানুভূতিৰে তাক গন্তব্যৰ কথা সুধিলে আৰু সি খুব চমুকৈয়ে তাৰ সকলো দুখৰ কথা ক'লে। কণ্ডাক্টৰটো ল'ৰা মানুহ। বয়স বিশ-একৈশৰ বেছি নহ'ব। ধনঞ্জয়ে ছিটটো পাইছিল কণ্ডাক্টৰ বহাৰ ওচৰতে। বাটত অৰ্থাৎ চলন্ত বাছৰ ভিতৰত সি ধনঞ্জয়ক সুধিলে, "তুমি কিমানলৈকে পঢ়িছিলা?" সি ক'লে, "ক্লাছ এইটত চাৰিমাহ পঢ়িছিলোঁ।" সি নিৰ্ভয় দি ক'লে, "বাৰু, তেনেহ'লে তোমাৰ কাৰণে মই এটা কামৰ ব্যৱস্থা কৰি দিম। ময়ো তোমাৰ দৰে এটা অসহায় প্ৰাণী। মই এই কাম কৰোঁ কেৱল পেটৰ দায়তে নহয়; ভৱিষ্যতৰ কাৰণেও।

মই ট্ৰেলপ'ট অফিচত কোৱাই এনে ব্যৱস্থা কৰি লৈছোঁ,—সদায় যাতে চাবিটাৰ আগতে মই ডিব্ৰুগড় পাওঁহি। মই ৰাতি কলেজত পঢ়োঁ। এইবাৰ আই-এ দিম।" শুনি ধনঞ্জয় বিচুৰ্তি খালে। কণ্ডাক্টৰ হৈ ৰাতিৰ কলেজত পঢ়া ল'ৰাটোৰ তেনেহ'লে অসীম মনোবল। কণ্ডাক্টৰে আৰু ক'লে, "এই দুখ-দুৰ্যোগ আছেই। বুইছা, আমাৰ নিচিনাবোৰৰ যিমানেই বিপদ আহিব, সিমানেই আমি বেছি দৃঢ় হ'ব লাগিব। নহ'লে আমাৰ নিস্তাৰ নাই। আৰু ডাঙৰ হ'ব পাৰি কেৱল সকু অৱস্থাৰপৰাহে।" এই কেইটা কথাই ধনঞ্জয়ক খুব বল দিলে। কণ্ডাক্টৰে তাক সঁচাকৈয়ে কাম এটাত সেই দিনাই সুমুৱাই দিলে।

চাহ বাগিচাৰপৰা পেঞ্চন পোৱা ডাক্তৰ এজনে নতুনকৈ ফাৰ্মাচী এখন খুলিছিল। সামান্য পৰিমাণে দৰবপাতি আছে। তেওঁক সহায় কৰা ল'ৰা এটা লাগে। অৱশ্যে কম্পাউণ্ডাৰ এটা ল'বলৈ তেওঁৰ শকতি নাই। ইংৰাজী চিনি পোৱা ল'ৰা এটা হ'লেই হ'ল। যাতে শিকালে 'মিক্সাৰ' বনাব পাৰে আৰু তেওঁ নথকা সময়ত সিয়েই গ্ৰাহকক দৰব বেচিব পাৰে। গতিকে কণ্ডাক্টৰে তাৰ চিনাকি ডাক্তাৰজনৰ ওচৰলৈ ধনঞ্জয়ক লৈ যোৱাত ভালেই পালে। মাহে একুৰি টকাত ধনঞ্জয় ফাৰ্মাচীত সোমাল। সেই সময়তে সি চিকিৎসাৰ বিছুমান কথা শিকি ল'লে। ফাৰ্মাচীত থাকিও সি বুজি পালে যে বহুত মানুহ আছে, যি হোমিওপেথিক চিকিৎসা পছন্দ কৰে। তদুপৰি কিছুমান বেমাৰত হোমিওপেথিক চিকিৎসাৰ মূল্য বৰ বেছি। মৰাণৰ পশ্চিমফালে থকা হোমিওপেথিক ডাক্তৰ-টোৰো ৰোজকাৰ বৰ ভাল। তাৰ হোমিওপেথিক বিদ্যালৈ বৰ আগ্ৰহ হ'ল। এই বিদ্যা শিকিবলৈও সুবিধা। কিতাপবোৰ বঙালী বা অসমীয়াত লিখা। মৰাণত থকা সময়তে সি দুখনমান তেনে কিতাপ পঢ়িলে আৰু দুজন ধৰণৰ কিতাপ এখন কিনিলেও।

কিন্তু মৰাণত থাকি তাৰ ভাল লাগিল যদিও সি ভাবি পালে, এনেকৈ থাকিলে তাৰ আৰু একো উন্নতি নহয়। দুই-এজনক

কৈ-মেলি সি ভিতৰুৱাল গাওঁ এখনৰ পাঠশালা স্কুলৰ পণ্ডিতৰ কামত সোমাল। কাৰণ, পণ্ডিতৰ কাম কৰিলে স্কুলত নপঢ়াকৈয়ে মেট্ৰিক পৰীক্ষা দিয়াৰ নিয়ম আছে। তাতে থাকি সি মেট্ৰিক পাছ কৰিলে। তাৰ মনটো আৰু বাঢ়ি গ'ল। সেই কণ্ডাক্টৰটোৰ দৰেই কলেজত পঢ়িবলৈ মন মেলিলে। নতুনকৈ খোলা অফিচ এটাত (ষ্টেটিচ্টিক্সৰ অফিচ) সি কেৰাণীৰ কামত সোমাল। আগষ্ট মাহত কলেজত ভৰ্তি হোৱাৰ কথা ভাবিলে। সেইটো হ'ল পঞ্চাশ চনৰ আগষ্ট। হঠাৎ আহিল প্ৰলয়ঙ্কৰী ভূমিকম্প। কত মানুহ মৰিল, কত গৰু-ম'হ লুইতেদি উটি আহিল, তাৰ অন্ত নাই। ক'ত চিৰদিনৰ কাৰণে নিঠৰুৱা হ'ল!

ইমানখিনি কৈ ধনঞ্জয় অলপ পৰ নিমাতে ৰ'ল। ইতিমধ্যে বাসন্তীয়ে যে তাৰ বুকুৰপৰা ওলাই তাৰ নিচেই ওচৰতে বহি গালে-মুখে হাত দি বৰ মনোযোগেৰে তাৰ কথা শুনি আছে, তাৰ এতিয়াহে ভালকৈ অনুভৱ হ'ল। তাই হঠাতে কৈ উঠিল, "ধন ককাইদেউ!" নিজেই নিজৰ মাত শুনি আচৰিত হৈ গ'ল। সি লাহেকৈ সুধিলে, "কি? তুমি আমনি পাইছা নে কি বাসন্তী?"

"মোৰে শপত, কৈ যাওক।"

"মোৰ আৰু বেছি দুৰৱস্থাৰ কথা শুনি দুখ নোপোৱাতো?"

"পাম। কিন্তু ময়ে যদি নুশুনো······"

"শুনা আৰু মোৰ ভনীৰ কাৰণে এটুপি চকুলো পেলোৱা।"

"আপোনাৰ ভনীৰ কাৰণে? ভূঁইকঁপত তাই মৰিল নে কি?"

"নাই মৰা। মৰাহেঁতেনো ভাল পালোঁহেঁতেন। ভূইকঁপৰ কোব দেখি মোৰ তাইলৈ চেৰেং-চেৰেংকৈ মনত পৰিল। ভাবিলোঁ, তাইৰ বা কি হ'ল। ঘৰ ওলালোঁগৈ। দেখিলোঁ, আমাৰ ভেঁটি-মাটি গৰাখহনীয়াত তল গ'ল। লুইতে সামৰি ল'লে। পথাৰত আমাৰ খেতিৰ মাটি আছিল, সেইখন পথাৰ শুকান বালিয়ে পুতি পেলালে। তাত আৰু কোনো কালে খেতি নহয়। লুইতৰ পানী পথাৰলৈ বাগৰিছিল। সেয়া লুইতৰে কীৰ্তি।"

"আপুনি ঘৰৰ কাকো নেপালেগৈ ?"

"কোন ক'লৈ গ'ল, কোনেও ক'ব নোৱাৰে। এমাহমানৰ মূৰত খবৰ পালোঁ, বৰ দেউতা নিজৰ ল'ৰা-ছোৱালীবে সৈতে শিৱসাগৰৰ শহুৰেকৰ ঘৰলৈ আহিল। তাত হেনো তেওঁ চাহ বাগিচাৰ কাম এটা যোগাৰ কৰি ল'লে"

"আৰু মনতৰা ?"

ধনঞ্জয়ে এইবাৰ বৰ বিচলিত হৈ পৰিল। ছুটামান সেপ ঢুকি শোকটো পাতলাবলৈ চেষ্টা কৰিলে আৰু ক'লে, "কি ক'ম ? ই মোৰেই দোষ। শুনিলোঁ ছমাহমানৰ আগতে বৰ দেউতাই ভালেমান টকা লৈ তাইক বুঢ়া মানুহ এটাক বিয়া দি দিলে। তাই পঢ়া-শুনা নেজানে। মোলৈ এটা খবৰ পঠিয়াবলৈকো তাইৰ উপায় নহ'ল। তাইক হেনো জোৰ কৰিহে হোমৰ গুৰিত বহুৱাইছিল।"

বাসন্তীয়ে এটা দীঘল হুমুনিয়াহ কাঢ়িলে। ধনঞ্জয়ে লক্ষ্য কৰিলে, তাইৰ দুচকুত দুটোপাল পানী বিৰিঙিছে। সি তাইৰ বাহুত ধৰি অলপ জোকাৰি নাটকীয় ধৰণেই ক'লে, "তুমি কোৱাচোন বাসন্তী, ইমানখিনি শুনাৰ পাছত মই কি ধৈৰ্য্যৰে পুনৰ চহৰলৈ আহি কামত লাগিব পাৰোঁ ? মনতৰাই মোৰ এক মাত্ৰ ভৰসা আছিল। তাইৰে যদি এই অৱস্থা, মই কাৰ কাৰণে, কাৰ কাৰণে ইমানকৈ খাটিম আৰু মই ডাঙৰ মানুহ হোৱাৰে বা লাভ কি ?"

সি তাইৰ বাহুৰপৰা হাতখন এৰিলে আৰু এইবাৰ নিজক নিজে কোৱাৰ দৰে ক'লে, "সেই দিনা লুইতে এৰি যোৱা বালি-চাপৰিত বহি মই তেনেই হতাশ হৈ পৰিলোঁ। ভাবিলোঁ, মই যদি শিৱসাগৰ আৰু লক্ষীমপুৰৰ যি-কোনো এখন টাউনত থাকোঁ তেতিয়া হ'লে মই এদিন হয়তো কেনেবাকৈ মনতৰাক লগ পাম আৰু ময়ো তাইক লগ ধৰাৰ ইচ্ছা দমন কৰিব নোৱাৰিম। আৰু, তাইক মই লগ পালে, কি বুলি সান্ত্বনা দিম ? তাইক এটা বুঢ়াৰ পত্নী হিচাপে দেখি ময়োনো কেনেকৈ সহিম ?"

এইবাৰ সি আকৌ নিমাতে ৰ'ল। অৱশ হৈ বহি পৰিল। বাসন্তীয়ে তাৰ নিচেই ওচৰত খিয় দি তাৰ মূৰটোত হাত ফুৰালে। সি খুব লাহে লাহে ক'লে, "সেই কাৰণেই ইয়ালৈ গুচি আহিলোঁ, বহুত ভাবি-চিন্তি। এয়া মোৰ অজ্ঞাতবাস। ইয়াত থাকিলে নিশ্চয় বৰ দেউতাৰ কথা শুনিবলৈ নেপাম আৰু মনতবায়ো মোক বিচাৰি উলিয়াব নোৱাৰিব। ভাবিছোঁ, ইয়াত থাকি নিজক পাহৰি থাকিব পাৰিম।"

বাসন্তীৰ ওঁঠ দুখন কঁপা কঁপা। তাই কিবা এটা সুধিবলৈ ব্যগ্র। কিন্তু কথাটো মুখৰ ভিতৰতে ৰৈ গ'ল। তাইৰ সুধিবলৈ ইচ্ছা আছিল,—'তুমিতো বহুত ঠাইত আছা আৰু বহুত ঠাই এৰিছা। আকৌ যদি সোণাইৰ পাৰ এৰি যোৱা?' কিন্তু তাই সুধিব নোৱাৰিলে। ভাবিলে, সি সোণাইৰ পাৰ এৰিব নোৱাৰে। কাৰণ সি তাইক এৰিব নোৱাৰে। ধনঞ্জয়ৰ সন্দেহ হ'ল। সি ইমানবোৰ কথা ক'লে যদিও তাৰ জাতিটো কি ক'বলৈ থাকি গ'ল। সি ভাবিলে, তাকে তাই সুধিবলৈ বিচাৰিছে। সি উপযাচিয়েই ক'লে, "ইমানবোৰ ক'লোঁ হয়, ইমান পৰে মই বংশ পৰিচয়েই নিদিলোঁ। বাসন্তী, মোৰ জাতি কি জানা?" বাসন্তীৰ বুকুখন হঠাতে উজনি-ভাটী কৰিলে। কিজানি সি—তাই আশা নকৰা জাত এটাৰ নাম কৈ পেলায়! যদি সি নীহকুলীয়া! তাই খুব বিষন্ন আৰু উদ্বিগ্ন হৈ পৰিল। সি খুব বিতৃষ্ণাৰে ক'লে, "জাতত মই বামুণ। সময় মতে হেনো আমি লগুন লৈ দ্বিজ হ'ব লাগে। সৰুৰেপৰা আমাৰ বংশত শুনি আহিছিলোঁ বামুণে হেনো নীহকুলীয়া মানুহ ছুলে গা ধুব লাগে।"

বাসন্তীয়ে চকু দুটা মুদি দিলে। অলপ দূৰৈত ককায়েক ভোগৰামৰ মাত কাণত পৰাত তাই সন্ত্রস্ত হৈ পৰিল। দুয়ো তৎক্ষণাত দুফালে আঁতৰিল।

॥ চাৰি

আগদিনাৰ কথা ভাবি বাসন্তী মাজে মাজে ৰোমাঞ্চিত হৈ উঠিছে যদিও তাইৰ এটা কথাত অনুতাপো হৈছে। তাই ভুল কৰিলে নে কি,—তাকে বাৰে বাৰে চিন্তা কৰিছে। দৈৱৰ বলত খন্তেক তাৰ লগত নিৰলে কথা পাতিবৰ ছল ওলাইছিল। আৰু প্ৰথমৰ দিনাইনো তাইৰ আঙুলিকেইটা ছুবলৈ দিব লাগিছিল কিয়? সেই কাৰণেই ধনঞ্জয়ে তাইক সুলভ ধৰণৰ ছোৱালী বুলি ভাবি ল'লে নে কি? তাৰ চুলিত হাত ফুৰাই থকাটো বাৰু কেনে হ'ল?

তাই ভালেমান যুক্তিৰে নিজক সান্ত্বনা দিবলৈ চালে: নাই, তাই ভুল কৰা নাই। সি তাইৰ আগত তাৰ কথা ক'বলৈ নিশ্চয় তাইৰপৰাই উৎসাহ পাইছিল। দুটামান কথা কৈ সি তাইৰ আঙুলিকেইটাৰ ফালে চাই আছিল। তাইৰ এনে ভাব হৈছিল, এই সময়ত যেন তাইৰ আঙুলিকেইটাইহে তাক সান্ত্বনা দিব পাৰিব। সি তাইৰ আঙুলিকেইটা দুই হাতেৰে মোহাৰিছিল। তেতিয়াহে যে সি তাৰ মনৰ দুখৰ কথা ক'ব পাৰিছিল। তাৰ স্পৰ্শকাতৰ যন্ত্ৰণাগ্ৰস্ত মনে যেন তাইক স্পৰ্শ কৰিহে অসহায়তাৰ মুক্তি বিচাৰিছিল। তাই উদা হৈ হাতখন তাৰ হাতলৈ এৰি দি তাৰ মুখলৈ চাইছিল আৰু ভাব হৈছিল, তাইৰ পাঁজি-সেৰীয়া আঙুলিকেইটা যেন আজিহে ধুনীয়া বুলি গম পালে। পুৰুষৰ প্ৰথম পৰশ পাই তাইৰ বুকু ধপ্‌ধপাইছিল, মন উজনি-ভাটী কৰিছিল, গা ৰমৰমাই গৈছিল। তাই নিজক পাহৰিছিল। আৰু ধনঞ্জয়টোৰ মুখখন যে এনে ধুনীয়া! খুব নিৰপৰাধী যেন লাগে। এই মুখত শিশুৰ পৱিত্ৰতা আছে। সি যি সময়ত ভনীয়েকৰ কথা কৈছিল, সেই সময়ত তাৰ ভৰি দুখন কঁপিছিল, চকু দুটা ভয়ানক বিদ্বেষত হঠাৎ সৰু হঠাৎ ডাঙৰ হৈ পৰিছিল। মাতটোও খোকাথুকি হৈছিল। বাসন্তীয়ে ভাবিছিল,—অকলে থকাৰ সময়ত

তাৰ এইবোৰ কথা মনত পৰিলে চাগৈ চকুপানী টুকি থাকে। তাইৰ তালৈ খুব মৰম উপজিছিল। তাৰ দুখত কান্দি পেলাবৰ মন গৈছিল আৰু সেই কাৰণেই অতর্কিতে অজানিতে তাইৰ হাত এখন তাৰ চুলিৰ ফালে আগ বাঢ়ি গৈছিল। তাই খুব সাদৰ কৰি তাৰ মূৰত হাত ফুৰাইছিল। সি এটা হুমুনিয়াহ পাৰিছিল আৰু তাইৰ ইখন হাতত ধৰিছিল। তাৰ সেই হাতৰ খামোচটোত কিমান উত্তাপ, কিমান সংকল্প, কিমান ব্যাকুলতা! সেই অনুভূতি তাই এতিয়াও পাহৰিব পৰা নাই।

এতিয়া তাই ধীৰে-সুস্থিৰে ভাবি পাইছে যে—নিজক ছুবলৈ দি তাই কিজানি বিশেষ ভুল কৰা নাই, চুলিত হাত ফুৰাইয়ো একো ভুল কৰা নাই। পিছে ডাঙৰ ভুল এটা কৰিলে। সি তাইক স্পর্শ কৰাৰ সময়তেই তাই তাৰ ভৰি ছুই সেৱা কৰিব লাগিছিল আৰু তাৰ বোগেদিয়েই তাই আত্মাৰ অতল দৃষ্টিৰে তালৈ চাই তাক বুজাই দিব লাগিছিল যে আজিৰপৰা তাই তাৰ হৈ গ'ল। এৰা, তাৰ লগত সংসাৰ কৰিলে, এই জীৱনত সিয়েইহে একমাত্র আপোন হৈ ৰ'ব। তাৰ সুখ-দুখৰ তাই সমভাগী হ'ব। তাইৰ সুখ-দুখৰ সমান ভাগ সিয়ো ল'ব। তদুপৰি দুয়োৰে স্বকীয়া সুখ-দুখ বোলা বস্তু এটা নেথাকিবও। দুয়ো একেলগে সন্তান-সন্ততিৰ চিন্তা কৰিব; দুয়ো একেলগে বুঢ়া-বুঢ়ী হ'ব; একেটা মত পোষণ কৰিয়েই, জীৱন সম্পর্কে একেটা ধাৰণা গ্রহণ কৰিয়েই মৰালৈ নিৰাসক্তভাৱে বাট চাই ৰ'ব। তেনেকৈ সেৱা এটা জনাই মনে মনে স্বামী-বৰণ কৰিহে তাই তাৰ বুকুত সোমাই নপৰি, তাই আবেগৰ বাউলী হৈ তাৰ বুকুত সোমাইছিল আৰু তাৰ আদৰ পাইহে তাইৰ মন জুৰ পৰিছিল এইখিনিতেই তাই ভুল কৰিলে। কিন্তু তাইৰ সিমানখিনি সংযত হোৱাৰ ধৈর্য নাছিল। সোণাইপৰীয়া ছোৱালী তাই। এয়া হয়তো সোণাইৰ বায়ু-পানীৰে দোষ। দুপৰৰ সেই নির্জন পৰিবেশত, উদুৰনি আৰু কঁহুৱাবন কঁপাই তোলা বতাহৰ মৃদু হিল্লোলত, অদূৰত থকা দলনিখনৰ শ্যামলা বিস্তৃতিৰ মাজত আৰু

সোণাইৰ অবিশ্ৰান্ত সোঁতৰ লহৰত তাই হেৰাই গৈছিল। সেই মোহনীয় প্ৰকৃতিৰ মাজত তাই ধনঞ্জয়কো তাৰে অংশ যেন দেখিছিল। তাই নিঃসংকোচে পীৰিতি আগ বঢ়াইছিল।

তাইৰ মাকলৈ আৰু বেছি ভক্তি হৈছে, আৰু বেছি মৰম হৈছে। তাই যে এইখন ঘৰ এৰিব লাগিব। ওপজা ঘৰখন এৰিবলৈ যে কিমান টান! কিমান মায়া! বুঢ়ী-মাকেতো জীয়াৰী ছোৱালীক জিৰণীয়া মৌ বুলিয়েই ভাবে। আৰু, তেওঁতো এদিন ওপজা ঘৰখন এৰি আহিছিল।

চকুৰ জাল কটাই অহাৰেপৰা মাকৰ আচৰণ ভালেমান সুকীয়া হ'ল। তেওঁ জীয়েকক আজিকালি প্ৰায়ে উপদেশ দিয়ে। বেছি আদৰ-সাদৰ কৰে। কয়, "চা আই, মোৰ আৰু মৰিবলৈ বেছি দিন নাই। মই জীয়াই থকা দিন কেইটাতে তোৰ বিয়াখন দেখি যাব পৰাহেঁতেন ভাল আছিল। এজনীৰ লেঠা মাৰিলোঁৱেই। ল'ৰাও নিজে খুঁটি খাব পৰা হ'ল। কেৱল মোৰ তোলৈহে চিন্তা।" বাসন্তীয়ে খুব মনোযোগেৰে শুনি যায়। নিজে একো নকয়।

আজি তাই শুবৰ সময়ত মাকে ক'লে, "বাসন্তী, তই আকৌ আজিকালি সুকীয়াকৈহে শোৱ! বুঢ়ীৰ লগত শুবলৈ কিজানি বেয়া পাৱ।" বাসন্তীয়ে ক'লে, "কিয়নো গাজত লগা কথাবোৰ কৰ বৌ? তই অসুবিধা পাৱ বুলিহে!"

"মাক বুকুত জীয়াৰী শুলে কোনজনী মাকে বেয়া পায়? আজিকালি আকৌ মোৰ মনটোও শুদা শুদা লাগি থকা হ'ল।"

বাসন্তীয়ে বুজিলে,—তাই মাকৰ লগত নুশুলে তেওঁ মৰ্মান্তিক বেজাৰ পাব। নবৌয়েকেও মাকৰ হাবিলাষটোৰ কথা জানিলে। তাই ক'লে, "বাসন্তী, তইনো মাৰৰ লগত নুশুৱ কিয়? এইখন ঘৰতনো আৰু থাকিবি কেইদিন? জীয়াৰী ছোৱালী বুলিলেই এঘৰলৈ এখন ভৰি আগ বঢ়াই থাকিব লাগিবই।" নবৌয়েকৰ ইংগিতটো বুজি বাসন্তীয়ে মনে মনে হাউচ পালে যদিও "যা, এইজনী" বুলি লাজ কৰি দেখুৱালে।

ৰাতি মাকে তাইক বহুত কথাই ক'লে। বাসন্তীৰ মনলৈ প্ৰশ্ন আহিল—ইমান দিনে মাকে এনেকৈ কথা কোৱা নাছিল কিয়? কিবা গুংসূত্ৰ পাইছে নে কি?

"বাসন্তী, চাই থাকোঁতেই তই গছ বঢ়াদি বাঢ়িলি। এতিয়া পূৰঠ গাভৰু হ'লি। মই তোৰ মুখ দেখিয়েই বুজি পাইছোঁ তোৰ এটাক নিজৰ কৰিবৰ বয়স হৈছে। তোৰ আগৰ দৰে খলক লগোৱা হাঁহিটো নাইকিয়া হৈছে। কিন্তু আই, নিশ্চয় জানিবি,--জনম, মৰণ, বিবাহ,—এই তিনিওটা দেৱৰো অবিদিত। সেই কাৰণেই মই খৰলি পিটি মৰিছোঁ।"

বাসন্তীয়ে মাকক জোৰেৰে সাৱট মাৰি সজল নয়নেৰে ক'লে, বৌটি, আজিনো হঠাতে তই এইবোৰ কৈ মোক কিয় দুখ দিছ। মই তহঁতৰ আপদ নে কি?

মাক অকণো বিচলিত নহৈ পুনৰ গহীন মাতেৰে ক'লে, "ঠিক আপদ নহয়। আচলতে এটা ডাঙৰ বোজা। তোৰ বিয়াখন নহয় মানে, মোৰে হওক, ককায়েৰৰে হওক, কাৰো শান্তি নাই। ছোৱালীক বয়স থাকোঁতো বিয়া দিলেহে আমাৰ পুণ্য "

"বৌটি, তই যিহকে কৰ তাকে শুনি থাকিব পাৰোঁ। কিন্তু এইবোৰ কথা নকবি। এইবোৰ কথা মোক কোৱাৰনো লাভ কি?"

"এই কাৰণেই কৈছোঁ,—তই আজিকালি ঘাটত বহু সময়লৈকে বহি থাক। ঘৰতো আমন-জিমনকৈ কিবা ভাবি থাক।"

বাসন্তীয়ে এইবাৰ একো মাতিব নোৱাৰিলে। মাকে যেন সৱৰজান হৈহে তাইৰ আগত কথাবোৰ কৈছে। ৰাতি তাইৰ টোপনি নাহিল। মাকে কোৱা দুষাৰ কথা তাইৰ কাণত বাজি থাকিল। মাকে কৈছিল, "তিৰোতা আচলতে ভাল হ'লে যি-কোনো পুৰুষেই তাইক লৈ সুখৰ সংসাৰ কৰিব পাৰিব। তিৰোতাৰ যদি এবাৰ কেনেবাকৈ পাৱ পিছলে, একেটা দোষকে ঢাকিবলৈ তাই বহুত দোষ কৰিবলগীয়া হয় আৰু সেই দিনাই তাইক সুখ-শান্তিয়ে নেওচা দিয়ে।" আৰু এযাৰ কথাৰ মৰ্মহে তাই এতিয়ালৈ

বুজি উঠা নাই। মাকে কৈছিল, "তথাপি তিৰোতাক ভগৱানে এটা বিশেষ গুণ দিছে। সিহঁতে যি-কোনো অৱস্থাতে নিজকে খাপ খুৱাই চলিব পাৰে। কিন্তু এইখিনিও গোৰতে মাকে শিকাব লাগে।"

বান্তি এজন সক্ষ ছোৱালী হৈ তাই মাকৰ উপযাচি কোৱা কথাবোৰ একো প্ৰশ্ন নকৰাকৈ একমনে শুনিছিল, দকৈ ভাবি চাইছিল আৰু এক নৈতিক সচেতনাই তাইক অতিষ্ঠ কৰি তুলিছিল।

পিছ দিনা পুৱাৰ পোহৰেও তাইৰ মনৰ আন্ধাৰ পাতলাব পৰা নাছিল। কাম কৰি মনটোক এঠাইত গুজি থ'বলৈ তাই ইচ্ছা কৰিছিল। কাপোৰ এসোপা ঘাটলৈ নি ভালেখিনি পৰ ধুইছিল। আন মানুহ পাটীৰপৰা উঠাৰ আগতেই তিনি খুবলি ধান বানিছিল। আবেলি তিনি কাঁঠি কাপোৰ বৈছিল। সন্ধিয়া মাক আৰু নবৌৱেকৰপৰা ফালৰি কাটি ফুৰিছিল। ধূপ জ্বলাই আটাইকেইটা কোঠাতে তাৰ ধোঁৱা দিছিল। গোহালিৰ ওচৰত থকা জাবৰখিনিত জুই দি ডলাৰে ধোঁৱাবোৰ গোহালিৰ ফালে উৰুৱাই মহ খেদিছিল। গধূলি খাই-বৈ বিচনাত পৰি তাই গুণ-গুণাই ঈশ্বৰৰ নাম লৈছিল আৰু পুৰা সাৰ পাই বেছ সজীৱ অনুভৱ কৰিছিল। নিশা তাইৰ খুব ভাল টোপনি আহিছিল।

শোৱাৰপৰা উঠি তাই সদায় ঠাই সাৰে। নবৌৱেকো উঠি বন-বাৰীত হাত দিয়া যেন গম পালে তাই পদূলিৰ আগটোও সাৰি পেলায়। পাছ ফালে আহি নাৰিকল জোপাৰ ওচৰৰপৰা ঘাটলৈকে গছ গছনিৰ মাজত সেঁওতাৰ দৰে বৈ থকা দুহাতমান বহল বাটটোও সাৰে। গধূলি গোপাল দুজোপাৰ গুৰি চকা কৰে।

আজিও সিমানখিনিয়েই ঠাই সাৰিলে। মাথোন সকলো চাফ্-চুফ্ কৰি পদূলিৰ দুকাষে থকা বকুল গছ দুজোপাৰ তল সৰা ফুল কিছুমান কোঁচত ভৰালে। এডাল মালা তাই খোপাত ঘূৰণীয়াকৈ গুজি ল'লে। ইডাল মালা ৰাধা-কৃষ্ণৰ বন্ধোৱা ফটোখনত আঁৰিবলৈ চ'ৰাঘৰ সোমাওঁতে আজিহে চ'ৰাঘৰটোৰ অৱস্থা দেখি

তাইৰ গা বিজ্-বিজাই গ'ল। ইমান দিনে তাইৰ খিয়ালেই হোৱা নাছিল যে চ'ৰাঘৰটো অসাঠন অৱস্থাত আছে। আজিহে তাই উপলব্ধি কৰিলে যে গাভৰু ছোৱালী থকা মানুহৰ চ'ৰাঘৰটোৰ ভিতৰখন চালে চকুতৰোৱা বিধৰ হ'ব লাগে।

তাই দক্ষিণ ফালে থকা ধানৰ থৈলা তিনিটা হেঁপুচি হেঁপুচি এচুকলৈ আনিলে আৰু ঢাবি এখনেৰে চকুত নপৰাকৈ ঢাকি থ'লে। পানীপচাৰ ফালে থকা টোম দুটা দাঙি নি ভঁৰালৰ গাধৰিত থ'লেগৈ। উত্তৰ ফালৰ বেৰৰ কাষত থকা আলহী শোৱা চালপীৰাখন ৰঙীন বিচনা চাদৰেৰে ঢাকি থ'লে। খুঁটাত আঁৰি থোৱা পহুৰ শিং দুটা পৰিষ্কাৰ কৰিলে। সৰু টেবুলখন আৰু চকী দুখন সোঁ-মাজত ৰাখিলে। মুঢ়া দুটা আৰু পীৰা দুখন অৰ্ধ-বৃত্তাকাৰ কৰি ৰাখিলে। টেবুলখন ফুল থকা কাপোৰেৰে ঢাকিলে। বটলত পানী ভৰাই ফুলৰ থোপা এটা গুজি ফুলদানী সাজিলে আৰু টেবুলৰ ওপৰত থ'লে। চ'ৰাঘৰটোৰ চেহেৰাই সলনি হৈ পৰিল। মনৰ এই বহিপ্ৰকাশত তাই নিজে নিজেই স্তম্ভিত হ'ল।

নবৌৱেক পিছে কম চতুৰ নহয়। বাসন্তীৰ এইবোৰ কাণ্ড-কাৰখানা দেখি কিহবাৰ গোন্ধ পালে। তাই মিচিকিয়াই ক'লে, "এৰা, আজিহে তোৰ কাম মোৰ মনত লাগিছে। কোনোবাই ছোৱালী চাবলৈ আহিলে, ছোৱালী দেখি পছন্দ হোৱাটো পাছ কথাই, ছোৱালীয়ে সজোৱা চ'ৰাঘৰ দেখিয়েই চকু বৈ যাব।" বাসন্তীয়ে অভিমান কৰা যেন দেখুৱাই জোকোৰা এটা মাৰিলে। নবৌয়েকে আকৌ ক'লে, "বেছি দিন নাই দে আই। এদিন এটা ওলাবহি। ককায়েৰে এঠাইলৈ ফৰ্মুটি এডাল মাৰি চাইছেও।"

"নবৌ, এনেকৈ জোকাই থাকিলে হ'লে, তোক নেমাতিম একো।"

"আও। সঁচা কথা ক'লেও ইমানটো ফাই নে?"

বাসন্তীৰ এতিয়াহে সকলো সন্দেহ দূৰ হ'ল। নবৌয়েকে এনেকৈ কোৱাক লৈ তাই আন কথা একো ধৰিব পৰা নাই।

হওক তেও, ধনঞ্জয় তাইৰ ঘৰলৈ আহিলে, তাই আগৰ দৰেই ওলাব-সোমাব পাৰিব ; কথা পাতিবও পাৰিব।

কিন্তু এই কথা অতি বেছি চাবি দিনো লুকুৱাব নোৱাৰিলে। শনিবাৰে হাট কৰি ভোগৰাম বেলি ভাটী দিয়াতহে ঘৰ ওলায়হি। গতিকে ঘৰৰ সকলোৱে ভাত-পানী খালে। মাথোন তৰুলতাহে গিৰিয়েকলৈ বৈ থাকে। তাই আগ কালে আথৈ বাছি আছিল। এনেতে জীয়েক ল'ৰি-ঢাপৰি ওলালহি। তৰুলতাই জীয়েকলৈ চকু ঘোপাকৈ চাই ক'লে, "অকলে ঘাটলৈ যাবলৈ মানা কৰিছিলোঁ নহয়। কিয় গৈছিলি ? গাৰ তেল চৰিছে ?

জীয়েক মালচৰ বয়স সাত বছৰ। তাই বেছি কথাৰ ভু পোৱা হোৱা নাই। মাকে খং কৰা দেখি তাই ভয়ে ভয়ে ক'লে, "মই অকলে যোৱা নাছিলোঁ। বাসন্তী পেহীও গৈছিল।" তৰুলতাই বৃথা খংটো সম্বৰণ কৰি প্ৰসন্ন হৈ ক'লে—"অ, তেনেকৈ লগত যাবি। বুইছ, পাৰটো বৰ আওচলীয়া। খোপনি এৰিলেই নৈৰ তলী পাবিগৈ। পেহীয়েৰে আহিল নে নাই ?"

—"নাই অহা। বাৰু বৌ, পিতায়ে আজি মোলৈ ৰঙচুৰা ফ্ৰক-চোলাটো আনিব নে ?"

তৰুলতাই মালচৰ কথাৰ উত্তৰ নিদি আকৌ আগৰ দৰে খঙেৰে সুধিলে, "পেহীয়েৰে কাপোৰ ধুয়েই আছে নে কি ?"

"নাই ধোৱা।"

"তেনেহ'লে কি শাল গছৰ গুৰি কাটিছে ?"

"পেহীৰ বৰ স্ফুৰ্তি। ইমান যে হাঁহিছে। মানুহটোৱে কথা ক'লেই পেহীয়ে খুব হাঁহে। মানুহটোৱেও হাঁহে।"

"মানুহ ? কোন মানুহৰ লগত কথা পাতিছে ? নকৰ কিয় ? ভেবা লাগি কি চাই আছ ?"

"সেইযে আইতাক যে জিলালৈ নিছিল, সেই ডাক্তৰটো। আৰু পেহীৰ যে কি সাহস! ইমান মস্ত মানুহটোকো পেহীয়ে তুমি বুলি মাতিছে।"

তৰুলতা বৰ চিন্তিত হৈ পৰিল। আধৈৰ ভলাখন থেকেচ্ মাৰি থৈ তাই পাছ চোঁতাল পালেহি আৰু অলপ পৰ ঘাটৰ ফালে চাই থাকিল। বাসন্তীক লাহে লাহে আহি থকা দেখা পালে। ভেটা-ভেটি হোৱাৰ সময়ত বাসন্তীক মূৰৰপৰা ভৰিলৈকে চাই ল'লে আৰু কথাত শ্লেষ সানি ক'লে, "তোৰ ঘাটত কিয় ইমান পলম হয় এতিয়াহে বুজিলোঁ! আমাৰ ছোৱালীক মতা-বীৰাই পাইছে!"

সৰগ পৰা মানুহৰ দৰে বাসন্তী থিয় দি ৰ'ল। একো নোকোৱাটো বেয়া হ'ব বুলি ভাবি তাই ভয়ার্ত্ত মাতেৰে ক'লে, "কি হ'ল? মইনো হঠাতে কি কৰিলোঁ?"

"নেলাগে আজলীজনী হৈ দেখুৱাব। তই কি কৰিলি, এতিয়া মইহে তাৰ জবাব দিব লাগে? মাথোন কাণ ছোৱাইহে থ'লোঁ আই। হক কথা এবাৰ ক'বলৈকেনো মোৰ তোৰ ওপৰত কি এক্তিয়াৰ আছে?"

"নবৌ?" বাসন্তীৰ মাতটোত অনেক মিনিতি। নবৌৱেকে আগতকৈ কোমল মাতেৰে ক'লে, "কি?" তাই অন্তৰৰ সকলো আৱেগ সানি ক'লে, "নবৌ, তোৰ আগত যদি মোৰ অন্তৰখন ফালি দেখুৱাব পাৰিলোঁহেঁতেন!"

নবৌৱেক তলমূৰ কৰি নিমাতে ৰ'ল।

## ॥ পাঁচ ॥

বাসন্তীৰ মন পিছলিছে বুলি জানিও তৰুলতাই তাইক সাৱধান কৰি নিদিলে। মাথোন বাসন্তী কোন সময়ত ঠানুৱা ঘাটলৈ যায় আৰু কিমান সময়ৰ মূৰত ঘুৰি আহে, তালৈ লক্ষ্য ৰাখিলে। তৰুলতাই যে বাসন্তীৰ বাৰুকৈ পাছ লৈছে আৰু চোৰাংচোৱা-গিৰি কৰিছে, এই কথা বুজি পাবলৈ বাসন্তীৰ বেছি সময় নেলাগিল। তাই আগৰ দৰেই ঘাটলৈ অহা-যোৱা কৰি থাকিল। আগৰ দৰে ইঘৰে-সিঘৰে ফুৰা-চকাও কৰিলে। ভাওনা-সবাহো চালে। তথাপি

তাই যেন আগতকৈ বহুত পৰাধীন হৈ পৰিল। আগৰ মুকলি-মূৰীয়া মনটো আৰু দ্বিধাহীন সৰল স্বভাৱটো প্ৰেমৰ গোপন পৰশে গচকত চেপেটা লগা দূৰবি বন কৰিলে। সদায় ঘৰত থকা, অকণো চতৰ-বতৰ স্বভাৱ নেদেখুওৱা গহীন ছোৱালীজনীয়ে পূৰ্বৰ দৰে জীৱন এটা যাপন কৰিও জীৱনত পহিলা বাৰৰ বাবে অনুভৱ কৰিলে,— তাই সজাৰ পখী।

তাইক ইমান দিনে চেনেহ কৰি অহা নবৌয়েকজনীৰো বিশ্বাস হ'ল,—কোন দিনা সজাৰ পখী দূৰণিলৈ উৰি যায়, তাৰ অন্ত নাই। তিনিটা ল'ৰা-ছোৱালীৰ মাক তৰুলতাই সাংসাৰিক দোমোজাত ভৰি দি, ল'ৰা-ছোৱালীৰ লেদেনা উকটি পাৰিবাৰিক যন্ত্ৰণাময় গতানুগতিকতাত পাহৰি গ'ল যে তায়ো এদিন গাভৰু আছিল আৰু তাইৰো এদিন বাসন্তীৰ দৰেই বাঁইজাঁই কৰা মন এটা আছিল। মালচৰ মুখে বাসন্তীৰ হিয়া দিয়া-নিয়া বাতৰিৰ নিশ্চিত ইংগিত পাই তৰুলতাই বাসন্তীক সংভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। তাই ভাবিলে বাসন্তীক এই সৰ্বনাশী পথৰপৰা ওভোতাই অনা তাইৰ কৰ্তব্য। তেহে তাই বাসন্তীক উপকাৰ কৰা হ'ব।

তথাপি বাসন্তী তৰুলতাৰ প্ৰতি কৃতজ্ঞ হ'ল আৰু তাইৰ ওচৰত ভয়ে ভয়ে থকা হ'ল। কৃতজ্ঞ হোৱাৰ কাৰণ হ'ল,—আজি দুদিনেও তৰুলতাই গিৰিয়েকক কথ টো জনোৱা নাই। ভোগৰামৰ আচৰণৰপৰাই বাসন্তীয়ে বুজি পাইছে। কিজানি মাককো জনোৱা নাই। কাৰণ মাকে তাইক আগেয়ে কোৱা কথাবোৰকে কৈ আছে। কিন্তু তাই কিমান দিন এনেকৈ থাকিব? যেতিয়া মায়া সোমাল, চেনেহৰ সাত পাকে—দেহ-মন বান্ধি পেলালে, তেতিয়া আৰু কি উপায় আছে? নিঠুৰ নিয়মেৰে বন্ধা বংশ-পৰিয়াল সুপ্ৰাচীন গণ্ডী চেৰাই যাবলৈ তাইৰ দুৰ্বাৰ ইচ্ছা হৈছে। তাই যেন কোনোবা ফুল-পানী-ছিগা পথাৰত যৌৱন বলিয়া কৰা ঢোল-পেঁপাৰ মাত শুনিছে আৰু সংস্কাৰৰ যঁতৰটো গচকি ভাঙি উধাও হ'বলৈ মন গৈছে।

এজনী গাৱঁলীয়া ছোৱালীয়ে যিখিনি আৱেগ, আৰু মনো-

বেদনাৰে কথা এটা হৃদয়গ্ৰাহী আৰু সহানুভূতিযোগ্য কৰিব পাৰে, সিমানখিনি আৱেগ আৰু মনোবেদনা ঢালি তাই নবৌৰেকক সকলো কথা ক'লে। তৰুলতাৰ তাইলৈ সঁচাকৈয়ে অনুকম্পা হ'ল। তাই একো ভাল-বেয়া মন্তব্য নিদি মাথোঁ ক'লে, "বাসন্তী, মই তোৰ মনটো ভালকৈ বুজিব পাৰিছোঁ। এটা কথা বাৰে বাৰে মোৰ মনলৈ আহিছে ;—মনে খনা পুখুৰীত কিমানে পানী খাবলৈ পাইছে? নিজৰ দেহাটো বচাই ৰাখিবি আই। মনত ৰাখিবি, যিমানেই নিচা বহিব, সিমানেই নিজৰ বুলি একো নেথাকিব। সিমানেই অসুখী হ'বি।"

বাসন্তীয়ে এটি হুমুনিয়াহ কাঢ়িলে। তৰুলতাই ইমান সহানুভূতি দেখুৱালে যদিও পাছ দিনা ধনঞ্জয় আহোঁতে বাসন্তীক চাহ এবাটি বা তামোল এখন লৈ তাৰ আগত ওলাবলৈ সুবিধা নিদিলে। তাইৰ পেটে পেটে নবৌৰেকলৈ খং উঠিল আৰু ভাত-চৰু ঘৰতে ইচাট্-বিচাট্ কৰি থাকিল। নবৌৰেকৰ শেনৰ দৃষ্টি থকা কাৰণেই তাই দুৱাৰৰ ফাঁকেদি তাক এবাৰ চাই ল'বলৈ তাইৰ ভাগ্য নহ'ল।

তৰুলতা বাসন্তীৰ কাৰণে বেছি চিন্তিত হৈ পৰিল। বাসন্তী অনবৰত আমন-জিমন কৰি থকা হ'ল। আগৰ দৰে পৰিপাটিকৈ চুলি নাবাঁচোৰা হ'ল, আপোন মনে গুণগুণকৈ বিয়ানাম নোগোৱা হ'ল। এটি যেন ধনশ্ৰী ৰাগৰ মধুৰতা হঠাতে করুণ মূৰ্চ্ছনাৰে স্তব্ধ হৈ গ'ল। তৰুলতাই গোপনে শাহুয়েকক কথাটো ক'লে। সুজলাই কিন্তু তাইৰ দৰে উৎকণ্ঠা নেদেখুৱালে। ক'লে, "তেনেহ'লে সোনকালে ইয়াৰ এটা ব্যৱস্থা কৰিবৰ হ'ল। এইবোৰ পয়মালৰ সোনকালেই লেঠা মাৰিব লাগে। নহ'লে বিপদ। কাৰ মন কোন ফালে যায় কোনে জানে? তদুপৰি পুৰুষৰ মন হ'ল ফাগুনৰ বতৰৰ দৰে। বহুত দিনলৈ খোপনি পিটি ধৰি থাকিলে তিৰোতাইহে পস্তাব লাগে।"

"বাৰু আই, সি ল'বাটো কেনেকুৱা হ'ব?"

"একো ঠাৱৰ কৰিব পৰা নাই। দেখাই-শুনাইতো ভালেই। তাতকৈ আৰু বেছি মন কৰা নাই। কথা-বতৰা শুনি যি বুজিছোঁ, সি চলাহী ধৰণৰ মানুহ নহয়।

আবেলি বাসন্তী মাকৰ ওচৰত আছিল। মাকে আজিকালি চকু বেয়া হোৱাৰ পাছত আগৰ দৰে পুথি-পাঁজি পঢ়িব নোৱাৰে। বাসন্তীয়ে মাকক শুনাই পুথি পঢ়ি আছিল। কীৰ্ত্তনৰ পদ সুৰ লগাই পঢ়ি গৈছিল কাৰণেহে পঢ়োঁতে খোকোজা লগা নাছিল। হঠাতে তাই অন্যমনস্ক হৈ পৰিছিল। পদূলিত চাইকেলৰ বেল শুনিছিল। ক্রিং ক্রিং কৈ দুবাৰ বেল বজাই অলপ সময়ৰ পাছত আকৌ ক্রিং কৈ শব্দ কৰে। এইটো বেল তাইৰ কাণত পৰিচিত। তাই পুথি পঢ়া এৰিছিল আৰু মাকে কিয় অধ্যায়টো শেষ নকৰিলি বোলা প্ৰশ্নটো তাইৰ কাণত নপৰশিছিল। শহাকৰ্ণীয়া হৈ ধৰিব পাৰিছিল, —সি ইতিমধ্যে চাইকেলখন আউজাইছে। খন্তেক পাছতে চ'ৰাঘৰত তাৰ মাত শুনিবলৈ পাইছিল। তাই তাক সন্মিধান দিবলৈ বাহিৰলৈ ওলাই আহিব খুজিছিল। কিন্তু মাকে তাইৰ মনৰ অৱস্থা গম পাইছিল আৰু তাইক খঙেৰে আগৰ ঠাইতে বহি থাকিবলৈ কৈ এখোজ-দুখোজকৈ চ'ৰাঘৰৰ ফালে আগ বাঢ়িছিল। ধনঞ্জয়ৰ লগত এষাৰ-দুষাৰ কথা পাতি তাক বিদায় দি ভিতৰত বাসন্তীক খুব দুখ মনেৰে কৈছিল, "আই অ' তই কি কাম কৰিলি? মই তাৰ চকুত তোৰ সৰ্বনাশ দেখা পাইছোঁ।"

বাসন্তীয়ে উচুপিছিল, মাকে উপযাচিয়েই আকৌ কৈছিল, "তিনি কাল পাৰ কৰিলোঁ। এতিয়াও মোৰ মানুহ চিনি পাবলৈ বাকী নাই। ধনঞ্জয়ক দেখি এনে ভাব হৈছে,—সি যেন অলায়ক। এনে কিছুমান মানুহ আছে, যি সকলো পিনেই ভাল। ধনঞ্জয়ো তেনেকুৱা। তথাপি তাক দেখি মোৰ ভাব হৈছে, সি যেন সংসাৰ পাতি খোৱা মানুহ নহয়। কিছুমান মানুহ আছে, সিহঁতে সকলো কৰিব পাৰে—মৰম দিব পাৰে, মৰম ল'ব পাৰে,—কিন্তু সিহঁত একে ঠাইতে থিতাপি লাগিব নোৱাৰে। ছাইঠা চৰাইৰ দৰে আলাসত

ছেও দি ফুৰিছে ভাল পায়। ধনঞ্জয়ো কিজানি ওপতি ফুৰি ভাল পোৱা ল'ৰা।"

বাসন্তীয়ে ছগুণে উচুপিছিল। পাছ দিনা পুৱা পানী আনিবলৈ ঘাটলৈ যাওঁতে তাই ধনঞ্জয়ক নৈৰ সিপাৰে অকলে বহি থকা দেখা পাইছিল। তাই বনৰ হৰিণীৰ দৰে ভেৰা লাগি চাই আছিল। কোন তলকত যে তৰুলতা তাইৰ ওচৰত থিয় দি আছিল, তাই তৰ্কিবই নোৱাৰিছিল। তৰুলতাক দেখি ধনঞ্জয় হিজল গছ এজোপাৰ আঁৰত লুকাই পৰিছিল।

কথা বিষম দেখি মাক আৰু তৰুলতাই গোপনে বহুত পৰ আলোচনা কৰিছিল। সিহঁতে ঠিক কৰিছিল যে ছোৱালীৰ এটাত মন বহিল যেতিয়া তাক শোধাই দিয়াই সমীচীন। সকলো কথা ভোগৰামক জনোৱাটো ভাল বুলি ভাবিছিল। সি শুনিলে হয়তো একো কৰ্কথনা নকৰিব। বিয়াখন পাতি দিব। তেতিয়া সিহঁতৰ চিন্তাও দূৰ হ'ব। কিছু দিনলৈ বাসন্তীক মোমায়েকৰ ঘৰলৈ পঠিওৱাটো ভাল হ'ব বুলি সিদ্ধান্ত কৰিছিল। মাকে কৈছিল, "তাইৰ মগজত শনি উঠিছে। তাইত কুগ্ৰহে বাহ লৈছে। অলপমান ফুৰি-চাকি আহিলেহে কিজানি জেলুকনি বন্ধ যোৱা মনটো ফৰকাল হ'ব। তাতে বেছি দিন থাকিলে হয়তো তাৰ চিন্তাই তাইক জুমুৰি ধৰিবলৈ এৰিব।"

কিন্তু কথাটো ভোগৰামৰ আগত উলিওৱা নহ'ল। এই মাহটো তাৰ বেপাৰত ঘাটি পৰিছে। ঘৰত থকা সময়কণ সি গুজৰি-গুমৰি থাকে। সাধাৰণ কথাতে খং উঠে। ভাত-আঞ্জাত জুতি-বুধি নেলাগিলে মজিয়াত কাঁহী থেকেচে। ল'ৰা-ছোৱালীয়ে অকণমান হাই-উৰুমি কৰিলেই উগ্ৰ মূৰ্তি ধৰে।

ইফালে বাসন্তীক মোমায়েকৰ ঘৰলৈ পঠিওৱাৰ আগ্ৰহ দেখি, মাক আৰু তৰুলতালৈ তাইৰ টিকচি-বিকচি খং উঠিল। সিহঁতক তাই স্পষ্টভাৱে জনালে যে তাই নেযায়। মাক সুজলাৰ এইবাৰহে জীয়েকলৈ আক্ৰোহ হ'ল। পেটৰ পোৱালি হৈ তাই ইমান বৰ বৰ

কথা শুনাব পৰা হ'ল? এটা সামান্য পৰগনীয়া ল'ৰাৰ কাৰণে তাই মাকক অৱজ্ঞা কৰিবলৈও কলিজা বাঢ়িল?

"বাসন্তী, যাবি নে নেযাবি, ভালে ভালে ক'।"

"কিয় যাব লাগে, তাকেনো নক'ৱ কিয়? মই তহঁতৰ নিকিনা গোলাম নে কি যে য'লৈকে পঠিয়াব, ত'লৈকে লৰ মাৰিম?"

"মামীয়েৰে ভালেমান দিনৰপৰা তোক মাতি আছে। সেয়েহে।"

"বুজিছোঁ, তহঁতে তলে তলে মোক নিঠৰুৱা কৰিবলৈ চাইছ!"

"মুখ চম্ভালি কথা ক'বি। জীয়াৰী ছোৱালী হৈ এনে কথা ক'বলৈ তোৰ লাজ-চৰম নাই?"

"নেযাওঁ বুলিছোঁ নেযাওঁ। মোৰ এক কথা। তহঁতৰ মানত যদি মই ইমানেই আপদ, ডিঙিত কলহ বান্ধি সোণাইত ডুবি মৰিবলৈ নক'ৱ কিয়?"

"তই বেয়ালৈ বুলি আগলি কাটিছ আই!"

দুদিন মাক আৰু তৰুলতাৰ বাসন্তীৰ লগত মাত-বোল বন্ধ। তৃতীয় দিনা মাক সুজলাৰ জীয়েকলৈ মায়া হ'ল। শুবৰ সময়ত জীয়েকৰ মূৰত হাত ফুৰালে। বাসন্তীয়েও মাকৰ ডিঙিত সাৱট মাৰি কান্দি উঠিল। মাক ক'লে, "হক কথা এষাৰ ক'লে বৈৰী বুলি কিয় ভাব আই? মোৰ জানো তোলৈ মৰম নোহোৱা হ'ল?"

তাই শান্ত শিশুৰ দৰে মাকৰ কথালৈ কাণ দিয়াত মাকে সোণাইপৰীয়া জীৱন-ধাৰা আৰু দৰ্শনৰ ইতিকথা বখানি গ'ল।

সোণাইপৰীয়া গাৱঁৰ জীৱন বিপদ-সংকুল। সোণাইক ভাৰসা কৰিয়েই ইয়াৰ চহা জীৱন গঢ়ি উঠিছে। সোণাইৰ পলসৰ তৰপে ইয়াৰ মাটি শস্য-শ্যামলা কৰিছে। কোনো বছৰ সোণাইপৰীয়া গাওঁ ধান-চাউল, শাক-পাচলিৰে নদন-বদন। তাৰ পাছৰ বছৰ

হয়তো সোণাই কষ্ট হৈছে। বানপানীয়ে ভঁৰালৰ চালেদি পানী কাটিছে। ধান, মৰাপাট পানীৰ তলত জাহ গৈছে। সোণাই-পৰীয়াই জীয়াতু ভুগিছে। মাৰি-মৰক হৈছে। আকাল হৈছে। ইয়াৰ সামূহিক জীৱন-যাত্ৰা এনেকুৱা যে সোণাইৰ সোঁতেই জীৱনৰ গতি নিৰ্ণয় কৰিছে। প্ৰকৃতিৰ ভীষণ বৈষম্যতো সোণাইৰ বুকুৰেদি অহা-যোৱা নকৰিলে নচলে। তদুপৰি বাৰিষা পাঁচ-ছয় হাত দ পানী থকা ঠাইত খেতি কৰাও কম কথা নহয়। কপাল বেয়া থাকিলে যি-কোনো ঠাইতে ফেটীসাপে ফেট তুলি থিয় দিব পাৰে। বুৰ দি তলত মৰাপাট কটাৰ সময়ত 'মছন্দৰী', পিঠি ক'লা প্ৰকাণ্ড আৰি মাছ বা বৰালি মাছে খুন্দিয়াই কলিজা লৰাই দিব পাৰে। তদুপৰি পছোৱা, ধুমুহা আৰু বা-মৰলী আদি আছেই। ধুমুহাই ঘৰ উৰুৱাই নিয়া, বজ্ৰাহত ঘৰ হাওলি ভিতৰৰ মানুহক হেঁচা মাৰি ধৰা, বা-মৰলীয়ে উশাহ বন্ধ কৰি মানুহ মৰাৰ ঘটনা সোণাইপৰীয়া মানুহৰ কাৰণে বাৎসৰিক খবৰ,—বাৎসৰিক বলি-যোৱা প্ৰথা। কেতিয়া কাৰ ভাগ্যত কি আছে নিজেই নেজানে। নেদেখাজনক ভাৰসা কৰি অকাতৰে সোণাইপৰীয়াই দিন নিয়ায়। আঞ্চলিক বিশ্বাসেৰেই, সামাজিক নীতি-নিয়ম আৰু কুসংস্কাৰেৰেই, সিহঁতে জীৱনৰ ছন্দ-পৰম্পৰা বজাই ৰাখে। প্ৰকৃতিক তুষ্ট কৰিবলৈ লালুং মানুহখিনিয়ে সাপ-পূজা কৰে, গছৰ গুৰিত সেন্দুৰ সানি পূজা কৰে। কোনোবা আঞ্চলিক অধিষ্ঠাত্ৰী দেৱীৰ আগত ছাগলী, হাঁহ, পাৰ বলি দিয়ে। ম'ৰাপুৰ, বৰবৰি, দৰভিয়াল আৰু মাজগাওঁ আদিৰ নাম-ঘৰত বৰ-সবাহ হয়। তিথি আৰু আন উৎসৱত নামঘৰে নামঘৰে শংকৰ-মাধৱে উকি মাৰে। মাৰি-মৰক, আকাল-অনাটন, খৰ-বানপানী আৰু আকস্মিক বিপদ-বিঘিনি সম্ভ্ৰমেৰে স্বীকাৰ কৰে; পৰাজয় নেমানে। আৰু, সিহঁত যে সোণাইখন এৰি ক'লৈকো যাবই নোৱাৰে। বিপদৰ আশংকা লৈ জীয়াই থকাৰ আনন্দ সকলো আনন্দতকৈ শ্ৰেয় বুলি ভাবে। বিপদক সাহসিকতাৰে তুচ্ছ কৰাই হ'ল সোণাইপৰীয়া স্বভাৱ।

কিন্তু সোণাইৰ পাৰৰ সকলো ধৰণৰ বিপদৰ সম্মুখীন হ'বলগীয়া হয় বিশেষকৈ পুৰুষ-শ্ৰেণীহে। তিৰোতাই মাথোঁ ভুঁই ৰোৱে, ধান কাটে আৰু ঘৰুৱা কাম-বন কৰে। সোণাইৰ পাৰৰ মানুহৰ প্ৰচলিত ধাৰণা এয়ে যে, পুৰুষৰ দৈনন্দিন বিপদশংকুল জীৱনত নিজৰ নিৰাপদ অৱস্থা নিৰ্ভৰ কৰে ঘৰত থকা তিৰোতাজনীৰ ওপৰত। এঘৰৰ তিৰোতা মানুহবোৰে যদি শুচি মনেৰে দিন নিয়ায়, পৰকীয়া প্ৰেমৰ জুতি নলয় আৰু অবৈধ প্ৰণয়ে মন মতলীয়া নকৰে, তেনেহ'লে তিৰোতাৰ সতীত্বৰ গুণতে পলকে পলকে বিপদমুখী হোৱা পুৰুষকুলে উদ্ধাৰ পায়। এয়ে হ'ল সোণাইপৰীয়াৰ পুৰুষ-পৰম্পৰা চলি অহা দৰ্শন।

তথাপি প্ৰকৃত, জীৱনে নিয়ম নেমানে, প্ৰচলিত দৰ্শন নেমানে, সংস্কাৰ নেমানে। মাজে মাজে সোণাইৰ পাৰত পৰকীয়া পীৰিতিয়ে শিপা মেলে। আইন নমনা মদনৰ শৰে ডেকা-গাভৰুৰ হিয়া থকা-সৰকা কৰে। বিহুগীতৰ জাউৰীয়ে, বিহুৰ পেঁপাৰ ঠেওকীয়ে, ঢেপা ঢোলৰ লেহেতীয়া ছেৱে আৰু নলনি-দলনিৰপৰা ভাঁহি অহা বন-ঘোষাৰ উৰ্বৰ অশ্লীলতাই সামাজিক নিয়মৰ মথাউৰি ভাঙে। আৰু, সুজলাৰ দৰে অভিজ্ঞতা থকা বহুত তিৰোতাই ভাবে যে পুৰুষৰ সকলো অৎস্তুৰ হয় কেৱল তিৰোতাৰ পাপতেই।

শুবৰ সময়ত মাকে জীয়েকৰ মূৰত হাত ফুৰাই কৈছিল, "গন্ধ কলাই মৰাপাট বৰ্খলিয়াবলৈ গৈ সোণাইত ডুবি মৰিল ঘৈণীয়েকে ঘৰত থাকি পাপ কাম কৰাৰ কাৰণেই। সেই দিনা সোণাইত ধুমুহাও নাছিল। নাওখনো মজবুতেই আছিল।"

বাসন্তীয়ে গন্ধ কলাই ঘৈণীয়েক চিত্ৰাৰ কথাটো জানে। গিৰিয়েক নোহোৱাৰ সময়ত তাইৰ ওচৰলৈ স্বৰূপ দোকানী আহে। স্বৰূপে তাইক গুণাৰ ফুল থকা পাটৰ মেখেলা দিয়ে। তাই চুলিত ঘঁহা গোন্ধ তেলটোও স্বৰূপৰেই উপহাৰ।

বাসন্তীৰ মাকৰ কথাত বিশ্বাস হ'ল। তাইৰ বুকুখন হুমহুমাই

গ'ল। মাকে আকৌ ক'লে, "জানকীৰ ককায়েকক দিন দুপৰতে জলপুৰীয়া হাবিত বাঁহ কাটোতে কেটীগামে খুটিলে। নিমিষতে তাৰ প্ৰাণ গ'ল। অৱশেষে তাৰ ঘৈণীয়েক ভাগ তিৰোতা। সকলো অনৰ্থৰ মূল হ'ল ভনীয়েক জানকী। তায়েই ঘৰৰ অলক্ষ্মী। তাইৰ কাৰণেই ঘৰখন ধ্বংস পাব লাগে। কাৰণ এক মাত্ৰ উপাৰ্জনৰ থল ককায়েকটোও মৰিল। তাই এবাৰ গা খহোৱা কোনে নেজানে?" মাকে এই বুলি কোৱাৰ লগে লগে বাসন্তীয়ে চিঞৰি উঠিল। তাইৰ কাৰণেই যদি ভোগবামৰ কিবা অথন্তৰ হয়, ঘৰখন নিগমে মৰিব। বাপেক মৰাৰ পাছত এই দহ বছৰ সিয়েইহে ঘৰখন তৰাই আছে। সিহঁতক দুবেলা দুমুঠি খুৱাবৰ কাৰণেই সি দিনে-নিশাই জোন-বেলিৰ দৰে বাহিৰত ঘূৰিছে।

বাসন্তীৰ আৰ্তনাদ শুনি মাকে তাইক সান্ত্বনা দিবলৈ চেষ্টা কৰি ক'লে, "তিৰোতা হ'ল ঘৰৰ লক্ষ্মী। তিৰোতাৰ ধৰমৰ ফলতে তিনি কুল তৰিব পাৰে। এতিয়াও সময় আছে আই। তইনো কেই দিনৰ ছোৱালী? ধৈৰ্য্য ধৰি থাক। আওপকীয়া মনটো নেওচা দে। তোৰ জহতে আমিও তৰোঁ, তই যাব ঘৰলৈ যাবি সেই ঘৰ মানুহো দোপত-দোপে উঠক। ইকুলো বাচক, সিকুলো উধাওক। তয়ে মোৰ নাড়ীমোচা ছোৱালী! বুঢ়া কালত তোৰ মাৰৰ এই কণ কথাও নেৰাখিবি নে?"

এইখিনি কথা কওঁতে সুজলাৰ মাতটো শেষৰ ফালে কঁপা কঁপা হৈছিল। বাসন্তীৰ হাত এখনত ধৰি জোকাৰি জোকাৰি অনুৰোধৰ তীব্ৰতা প্ৰকাশ কৰিছিল। চাকিৰ পোহৰে দুটা কোটৰগত চকুত চকুলো ধৰা পেলাইছিল। বাসন্তীয়ে মাকৰ বুকুত সোমাই কেঁকুৰিছিল আৰু অনিচ্ছাৰে, খন্তেকলৈ প্ৰথম পুৰুষজনৰ মৰম-চেনেহ আৰু আকৰ্ষণ নেওচা দি মনে মনে বাৰে বাৰে প্ৰতিজ্ঞা কৰিছিল—তাই ধনঞ্জয়ৰ ছাঁটোৰপৰাও আঁতৰত থাকিব। আবেলি ক'ৰবাৰপৰা ওভোতা সময়ত সি যেতিয়া চাইকেলত তিনি বাৰ বেল দি তাৰ সঁহাৰি দিব, তেতিয়া তাই কাণত ঠিলা দিব। সি কেতিয়াবা ঘৰলৈ আহিলে

তাই ঘাটলৈ ওলাই যাব। তাক ঘাটৰ সিপাৰে দেখিলে তাই লৰ মাৰি ঘৰ সোমাবহি। এনে কৰাৰ পাছত সি আশা-ভৰসা এৰিব। তাই মুক্তি পাব। তাই শুচি হ'ব। যদি ভাগ্যৰ বলত তাৰ লগতে তাইৰ বিয়া হয়, তেতিয়াহে তাই তাক আপোন বুলি ভাবিব।

পাছ দিনা পুৱা তাই মাকক জনালে যে তাই দুদিনমানলৈ কঁহিগুৰিৰ মোমায়েকৰ ঘৰলৈ যাব। কথাটো শুনি মাক আৰু তৰুলতাৰ গধুৰ বোজা এটা আঁতৰিল। দুদিনৰ পাছত বাসন্তী মাকৰ লগত কঁহিগুৰিলৈ গ'ল। তাই যাবৰ সময়ত তৰুলতাই ফুচ-ফুচাই ক'লে, "মই পিছে ককায়েকক কৈ চাম। আন একো নকওঁ। কম, বোলোঁ,—ধনঞ্জয় তাইৰ কাৰণে কেনে হয়?"

বাসন্তীৰ নবৌয়েকৰ প্ৰতি কৃতজ্ঞতাত দুধাৰি চকুলো বৈ পৰিল। মাকৰ চকুত পৰে বুলি থিতাতে আঁচলৰ আগেৰে মচি স্বাভাৱিক হৈ পৰিল।

## ॥ ছয় ॥

নিজৰ স্বকীয়া ধাৰণা থকা কাৰণে আৰু নৈষ্ঠিক ধৰণৰ তিৰোতা কাৰণে সুজলাৰ অভিমত আৰু ইচ্ছা-অনিচ্ছা একো কামত নাহে। বাসন্তীয়ে মাকৰপৰা বিশেষ একো আশা কৰা নাই। তৰুলতাৰ ওপৰতেই তাইৰ সকলো ভৰসা। তৰুলতা তাইৰ প্ৰতি সহানুভূতি-শীল। ইমানতে তাইৰ আশ্বাস। তিৰোতাৰ মন পিছলিলে যে ঘৰখনৰ কাৰণে বেয়া, পুৰুষৰ কাৰণে ডাঙৰ বিপদ,—এই সোণাই-পৰীয়া মনোভংগীৰ সন্তেদ পাই তাই জীয়াতু ভুগিছে। তথাপি আশা ৰাখিছে—নবৌৱেকে ভোগৰামক কথাটো ক'ব আৰু ভোগৰামেও হয়তো ধনঞ্জয়ক পছন্দ কৰিব; সামাজিক নিয়মেৰেই সিহঁতৰ বিয়াখন হৈ যাব। কিন্তু যোৱা চাৰি মাহৰপৰাই,—বাসন্তীৰ লগত ধনঞ্জয়ৰ মনৰ যোগাযোগ হোৱাৰো এমাহৰ আগৰপৰাই—ভোগৰাম এনে এটা সংকটত পৰিছে যে তাৰপৰা উদ্ধাৰ হোৱাটো পাছ কথাই,

তাৰ ভৱিষ্যতটোও ধূঁৱলী-কুঁৱলী হৈ পৰিছে। তাৰ ভৱিষ্যত মানেইতো সাতোটা প্ৰাণীৰ পৰিয়ালটোৰ ভৱিষ্যত। সোণাইপৰীয়া জীৱনলৈ পৰিবৰ্তন আহিছে। সামাজিক জীৱনত নতুন মূল্যবোধে গা কৰিছে। কৃষিজীৱন অব্যাহত আছে যদিও মানুহ নতুন সমস্যাৰ সন্মুখীন হৈছে। অভাৱ হৈছে। লগে লগে মানুহ স্বাৰ্থপৰ হৈছে। পূৰ্বৰ মানৱধৰ্মিতা ম্লান হৈছে। সোণাইপৰীয়া মনক বনগীতৰ কোমল-কৰুণ মূৰ্চ্ছনাই, বৰগীতৰ আধ্যাত্মিক তাৎপৰ্য্যই আৰু প্ৰকৃতিৰ অকৃপণ ৰূপহে সন্তুষ্ট কৰিব পৰা নাই। জীৱনলৈ জটিলতা আহিছে। জীৱন-যুদ্ধ সংগীণ হৈ পৰিছে। তাৰ ফলত কোনোবা হীন হৈছে। নৈতিক তাৎপৰ্য্য মুবুজা হৈছে। নতুন পৰিস্থিতিত কোনোবা হৈছে দক্ষ আৰু সুচতুৰ। পুৰণি সম্ভ্ৰান্ত পৰিয়াল দুখীয়া হৈছে আৰু গা কৰি উঠিছে নতুন কিছুমান পৰিয়ালে।

সোণাইপৰীয়া গাৱঁত জন-সংখ্যা বাঢ়িছে। খেতিৰ মাটিয়ে নোজোৰা হৈছে। কোনোবা ককাকে এৰি থৈ যোৱা পোন্ধৰ-বিশ পুৰা মাটি পুৰুষানুক্ৰমে ভাই-ককাইৰ মাজত ভাগ হৈ হৈ এটা পৰিয়ালত হয়তো দুই-চাৰি হালিচা মাটিহে ৰৈছেগৈ। তদুপৰি, ইংৰাজৰ ৰাজত্বৰ দিনৰেপৰা এতিয়ালৈকে চামে চামে সুকীয়া সুকীয়া কৌশল খটুওৱা শোষকৰ দল ৰক্তবীজৰ দৰে উদ্ভৱ হৈয়ে আছে। সোণাইপৰীয়া ঠাইত আহল-বহল শিলগুটি ছটিওৱা আলিৰ কাম চলি আছে, কেইবা ঠাইতো চৰকাৰী বিভাগৰ বগা ঘৰ জিলিকিছে আৰু গাৱঁপতি তিনি চাৰিটাকৈ ঠিকাদাৰ, ৰোড-মহৰী আৰু মেল-মিটিং গাই ফুৰা ছলাহী মানুহৰ জাকজমক টিনপাতৰ পকাঘৰে গাৱলীয়া অঞ্চলৰ শোভা বঢ়াইছে। তথাপি, সৰ্বসাধাৰণৰ অৱস্থাই আগতকৈ বেয়াৰ ফালেহে ঢাল লৈছে। দুখীয়াবোৰ ক্ৰমে ক্ৰমে বেছি দুখীয়া হৈ অস্তিত্ব নাইকিয়া হোৱাৰ পথত। নতুন পৰিস্থিতিত সোণাইপৰীয়া নিষ্ঠুৰ হৈছে, অসৎ হৈছে, পুৰণি আৰু নতুনৰ-টনা-আজোৰাত আশাহীন হৈছে। শিক্ষাৰ প্ৰসাৰৰ অভাৱত মানুহৰ মনত নতুন নীতিবোধৰ উন্মেষ হোৱা নাই। সোণাইপৰীয়াই

উদাৰ মনেৰে জীৱনক জুখিব জনা হোৱা নাই। কোনোবা এটা যুগত হয়তো উপযোগী বুলি বিবেচিত হোৱা প্ৰথাকে এতিয়াও খামুচি ধৰি আছে।

ভোগৰামেও নকৈ উদ্ভূত হোৱা পৰিস্থিতিত নিজকে খাপ খুৱাবলৈ চেষ্টা কৰিছে। কিন্তু দিনে দিনে সি উপায়হীন হৈ পৰিছে। ভোগৰামৰ বাপেকে তাৰ বাবে বেছি মাটি-বাৰী এৰি থৈ যোৱা নাই। মাথোঁ কেই হালিচামান। তাৰ কাৰণে সি বাপেকক ভুলতো দোষ নিদিয়ে। তেওঁলোকৰ দিনত মাটি বহুমূলীয়া বস্তু নাছিল। সোণাইৰ পাৰত বয়-বস্তুৰ প্ৰাচুৰ্য্য আছিল। অভাৱহীনতাই মানুহৰ দূৰদৃষ্টি নাইকিয়া কৰিছিল কাৰণেই তেওঁ পুতেকলৈ ভালেমান মাটি-বাৰী ৰাখি থৈ যোৱাটো প্ৰয়োজনীয় বুলি ভবা নাছিল। তেওঁৰ দিনত কৃষকৰ জীৱন আছিল স্থাবৰ অথচ স্বচ্ছল। তেনে দিনত মানুহৰ উচ্চাকাংখা আৰু বৈষয়িক উন্নতিৰ মোহ শিথিল হৈ পৰাটো স্বাভাৱিক। তেতিয়াৰ মানুহৰ চিন্তা আছিল পৰজন্মৰ সদগতিৰ বিষয়ে। ধৰ্মৰ ভুল ব্যাখ্যায়ো মানুহক কৰ্মবিমুখ কৰিছিল। এইবোৰ মানুহৰ সামাজিক ইতিহাসত বৰঙণি আছিল কেৱল উত্তৰ-পুৰুষৰ বাহক স্বৰূপেহে।

ভোগৰামৰ বাপেকে মৰাৰ আগতেহে অনুভৱ কৰিব পাৰিছিল যে, তেওঁ এৰি থৈ যোৱা মাটি কেই হালিচাকে ভাৰসা কৰি পুতেকে ভৱিষ্যত জীৱন গঢ়ি তুলিব নোৱাৰে। তেওঁ জীয়াই থকাৰ অৱস্থাতেই ভোগৰামে খেতিৰ কাম এৰিবলৈ বাধ্য হৈছিল আৰু বেপাৰত ধৰিছিল।

ভোগৰামৰ বেপাৰটো আচৰিত ধৰণৰ। মাঘৰপৰা বহাগলৈকে গাৱেঁ গাৱেঁ গৈ ধান, মাহ, সৰিয়হ আদি কিনে আৰু সপ্তাহত এগাড়ী-দুগাড়ী 'মাল' চহৰত চৰা দামত বেচে। বহাগৰপৰা শাওণলৈকে সি কসগুৰি, জাঁজৰি আৰু দলংঘাটৰ বজাৰত কটা-কাপোৰ বেচে। পাছৰ চাৰি মাহ মৰাপাটৰ কাৰবাৰ কৰে। দুদিন-তিনিদিন ঘুৰি দহ-বাৰ মোণ মৰাপাট গোটাই এদিন চহৰত

'কেওবাক বেচি আছেগৈ। এইটো কাৰবাৰ কৰিবলৈ যোৱাটো বৰ সাহসৰ কাম। মৰাপাটৰ কাৰবাৰ কৰা জুৱা খেলাৰ দৰেই। এগাড়ী মৰাপাটত এশ টকাও লাভ হ'ব পাৰে আৰু 'ৰবাত' বেয়া হ'লে মূলধনবো একাল যাব পাৰে। মৰাপাটৰ 'বজাৰ ভাও' বুজা আৰু দিপ্‌লিপ্‌ ছোৱালীৰ মন বুজা একে কথা। তথাপি, ভোগৰামৰ সাধাৰণতে লোকচান নহয়। সি বেপাৰত লাগি লাগি ঘঁটায়া হৈ পৰিছে। তাৰ সম্বল হ'ল গৰুগাড়ী এখন, বলদ এহাল, পাল্লা এখন, দগা কেইটামান আৰু এডাল মৰাপাট জোখা কাঁটা। মূলধনো দুশ-তিনিশমানহে খটুৱায়। তাৰেই এখন ঘৰ ভালকৈ পোহ-পাল দিয়ে। লাভৰ টকাৰে নিজৰো বিয়া পাতিলে আৰু ভনীয়েক ৰূপন্তীকো কঁহিগুৰিত বিয়া দিলে। আঠচল্লিশ চনত মৰাপাটৰ খুব বজাৰ উঠিছিল। সেই বছৰতে সি তালেমান টকা ঘটিলে। ভালকৈ ঘৰ-দুৱাৰ সাজিলে। গাড়োৱান এটাও ল'লে। চাইকেলো কিনিলে। আঁঠুমূৰীয়া চুৰিয়া সৰু-গাঁঠিলৈকে নামিল। সি ভদ্ৰলোক হ'ল। জেপত ফাউন্‌টেন্‌ পেন ল'লে। ৰঙা কাপোৰেৰে বন্ধোৱা দুভাঁজ কৰি বচিবে মেৰিয়াই থোৱা দীঘল 'খাতা'ত হিচাব-পত্ৰ কৰা হ'ল। ভাতৰ লগত আচাৰ খোৱা হ'ল। চাহৰ লগত গৰু-ঘিউৰে ভজা লুচি খোৱা হ'ল। ভোগৰাম কলিতা ভোগৰাম মহাজন হ'ল।

আঠচল্লিশ চনৰ দৰে লাভ নহ'লেও কেই বছৰমান তাৰ ভালকৈ বেপাৰ চলিল। মূলধন অলপ বাঢ়িল। সি ধনী নহ'ল যদিও সিহঁতৰ ম'বাপুৰ গাৱঁৰ গোপাল মণ্ডল, কেৰপাই মহৰী, যোগেশ বায়ন আৰু জয়ৰাম পণ্ডিততকৈ তাৰ অৱস্থা ভাল হ'ল। কিন্তু যোৱা দুবছৰমানৰপৰাহে তাৰ কিবা এটা কেণা লাগিল। একোতে খেও নোখোৱা হ'ল। বাৰীষা কেইগাড়ীমানহে মৰাপাট বেচিব পাৰে। বিশেষ লাভ নহয়। কাৰণ তেতিয়াৰেপৰা মৰাপাটৰ 'ভাও' সঘনে উঠা-নমা কৰা নাই। ধান-সৰিয়হৰ কাৰবাৰ তেনেই 'মন্দা'। সেই কাৰণেই তাৰ বেপাৰ কৰি তিতা লাগিছে। ঘৰখন

বেপাৰৰ লাভেৰে চলিব লাগে কাৰণেই সি চৌতে খৰ মাৰি হবেক-ৰকম সৰু-সুৰা কাৰবাৰত হাত দি টাকি-টুকি ঘৰখন চলাইছে। কটা কাপোৰৰ কাৰবাৰটো হাতত নোলোৱাহেঁতেন ঘৰখন নচলিলহেঁতেন। শেষত গাড়োৱানটো ৰাখিবলৈ উপায় নোহোৱা হ'ল। গৰু-গাড়ীখন বছৰত দুমাহহে চলে। তাকো মৰাপাটৰ বেপাৰৰ সময়ত। ভাৰাটীয়া মানুহ এটাইহে গাড়ী চলায়।

ভোগৰামে পাঁচ-ছবছৰমানৰপৰা লক্ষ্য কৰি আহিছে যে, সোণাইপৰীয়া মানুহে আগৰ দৰে ধান বেচিব নোৱাৰা হৈছে। সৰিয়হতলীতো আহুধান বৈছে, খৰালি সেই মাটিত কবি-বেঙেনা কৰিছে, তাতে এবছৰ এৰি ইবছৰ সৰিয়হ সিঁচিছে ;—তথাপি, মানুহে ধান-সৰিয়হ বেচিব পৰা নাই। এপষমান ঘুৰিলেহে এগাড়ীমান যোগাৰ কৰিব পাৰি। কিন্তু এই নিৰিখত বেপাৰৰ বস্তু যোগাৰ হ'লে বেপাৰ নচলে। সি এইটো বেপাৰ এৰিয়েই পেলালে।

দেশত খাৰবীয়া বেছি হ'ল। পথাৰৰ লখিমীয়ে মুখ নভৰা হ'ল। মাটিত সাৰ নোহোৱা হ'ল নে কি ? সোণাইপৰীয়া ভোগৰামে দুটা কাৰণ সঁচা বুলি ভাবিবলৈ টান পালে। বাৰুকৈ এতিয়াও মৰাপাটৰ ফচল আগৰ দৰেই আছে। সময়মতে কিনিবলৈ পোৱা যায়। এৰা, মৰাপাটতো খাব নোৱাৰি! তদুপৰি, একেডৰা মাটিতে বছেৰেকত দুটা খেতি উঠাব পাৰি মৰাপাট কৰিলেহে। কাৰণ মৰাপাট কটাৰ পাছত পানী কমিলে শালিধান ৰুব পাৰি। এই অঞ্চলত মৰাপাটৰ খেতি কৰা মানুহ কেইঘৰহে টনকিয়াল অৱস্থাৰ। যাৰ মৰাপাটৰ খেতিৰ উপযুক্ত মাটি নাই, সেইবোৰ মানুহৰ অৱস্থা খুব বেয়া। এসময়ত কিন্তু সোণাইপৰীয়া মানুহে মৰাপাটৰ মোল বুজা নাছিল। গৰুৰ পম্বাৰ কাৰণহে এলোচা-দুলোচা মাটিত মৰাপাট কৰিছিল। প্ৰথম মহাসমৰৰ দিনৰ-পৰাহে এই খেতিলৈ মানুহৰ মন হ'ল।

ভোগৰামৰ অৱস্থা লাহে লাহে বেয়াৰ ফালে ঢাল লৈছে যদিও

সি আশ্বাস পাইছে এটা কথাত। ধানৰ বেপাৰটো বেয়া হৈছে কিজানি বাওধান হোৱা মাটিত মৰাপাট কৰাৰ কাৰণেই আৰু সোণাইৰ পাৰত মৰাপাটৰ ফচল থাকে মানে তাৰ ব্যৱসায়ো চলি থাকিব। তদুপৰি, মৰাপাট বেচি যিবোৰ মানুহে টকা পাব, সিহঁতৰ খৰচ কৰিব পৰা ক্ষমতাও বাঢ়িব। গতিকে, তাৰ কটা কাপোৰ বেচা ব্যৱসায়টোও চলি থাকিব।

কিন্তু এই দুটা মাহ সি বৰ হতাশ হৈছে। বেবেজিয়াৰপৰা হাতীচুঙলৈ আলিটোত শিলগুটি দিয়া হৈছে। আলিটো আহল-বহলো কৰা হৈছে। এইটো আলি হেনো আগুৰাই আহি সোণাইৰ পাৰৰ চাৰিখন গাওঁ ছুবহি। আগৰ বাৰিষা একাঁঠু একৰঙণ বোকাৰ দাব হোৱা আলিটোত শিলগুটি পৰিছে কাৰণে খুব ভাল হৈছে। আজিকালি চহৰলৈ মৰাপাটৰ গাড়ী নিবলৈ খুব ভাল হ'ব। পাছে পৰে যিহকে সুবিধা হওক লাগে, সাধ্যতে তাৰ বৰ লোকচান হৈছে। আলিৰ শিলগুটিবোৰৰ দাঁতিবোৰ চোক থকা। জিলালৈ যাওঁতে হাতীচুঙৰপৰা বেবেজিয়াৰ আল্‌কতৰা দিয়া সদৰ আলিত উঠে মানেই শিলগুটিয়ে চাইকেল খনক কম কষ্ট নিদিয়ে। ভোগৰামে ডেৰ মাহত দুটা টায়াৰ সলাবলগীয়া হ'লেই। টায়াৰৰহে যি জুই-ছাই দাম! এটা টায়াৰত দহ টকা। সৰু-সুৰা দোকানত দহ টকা পঞ্চাশ নয়া। ডেৰ মাহতেই যদি চাইকেলৰ লগত বিশ-পঁচিশ টকা খৰচ হয়, তেনেহ'লে বেপাৰেনো কি গা কৰিব!

ভোগৰামে এই দুবছৰ বাপেকৰ বছৰেকীয়া শৰাধটোও পাতিব পৰা নাই। সবাহ এটা বা ভোজ এটা দিবলৈ তাৰ উপায় নোহোৱাত পৰিছে। এইবাৰ সি বাপেকক তিনি দিন সপোনত দেখিলে। সি বুজি ল'লে যে শৰাধত কেৱল মাহ-চাউল এপোহা পুথিৰ আগত দি পাল মৰা কাৰণেই বাপেকৰ আত্মা বিতুষ্ট হৈছে। সেই কাৰণে মোলাই মহৰীৰপৰা একুৰি পাঁচ টকা ধাৰে লৈ জেঠৰ আঠাইশ তাৰিখে কোনোমতে বাপেকৰ শৰাধত সবাহ

এটা পাতিলে। আজি দুমাহেও মহৰীক টকা কেইটা পৰিশোধ কৰিব পৰা নাই।

মাকৰ লগত বাসন্তী মোমায়েকৰ ঘৰলৈ যোৱাৰ পাছ দিনা মোলাই মহৰী বাহীমুখ নোধোৱাকৈ ধন সাধিবলৈ আহিল। মহৰীয়ে গৰম কথাও শুনালে। ভোগৰামে এনে অপমান জীৱনত সহ্য কৰা নাছিল। যি মোলাই মহৰীয়ে এদিন সিহঁতৰ ঘৰত গাখীৰ বেচিছিল আৰু পইচা লৈ বাৰীত কাম কৰি দিছিল, সেই মোলাই মহৰীৰ বৰ বৰ কথা শুনাৰ আগতে তাৰ কাণ দুখন কলা নহ'ল কিয়? ভোগৰামৰ গাটোত যেন জুইহে জ্বলিল! সি ধৈৰ্য্য ধৰিহে মহৰীক দুপাত নোশোধালে। সি প্ৰতিজ্ঞা কৰিলে, দুদিনৰ ভিতৰতে টকা পৰিশোধ কৰিবই।

চাইকেলখনৰ অৱস্থা বেয়া কাৰণে সি দুসপ্তাহ ফুলগুৰি হাটলৈ যোৱা নাছিল। পাছ দিনা শনিবাৰ আছিল কাৰণেই কাপোৰৰ টোপোলাটো চাইকেলত বোজাই কৰি ফুলগুৰি হাট পালেগৈ। হাট পাইহে সি বিচুৰ্তি খালে। কটা কাপোৰ বেচা দোকানেই দহ-বাৰখন। হৰেক ৰকমৰ কাপোৰেৰে সেইবোৰ দোকান জকমকাই আছে। বেপাৰীবোৰ চহৰৰ। ফুলগুৰিৰে ধান-মৰাপাটৰ কাৰবাৰ কৰা গেৰুৱা কেঞাঁয়ো এই ব্যৱসায়ত ধৰিছে। সিও এখন বুজন বিধৰ দোকানেই দিছে। এই দোকানবোৰত বিবিধ ৰংঙৰ আৰু বিবিধ পছন্দৰ কাপোৰ পোৱা যায় কাৰণেই কিনোতা জুম বান্ধিছে। তদুপৰি, এই টাউনীয়া দোকানীবোৰৰ বেপাৰ কৰাৰ কি যে কন্দি! সিহঁতে কিনোতাক আদৰ-সাদৰ কৰি মাতি বিৰি-চিগাৰেটো খুৱাইছে। ইফালে সামান্য কানি-কাপোৰৰ বেহা দি বহি থকা ভোগৰামৰ ফালে চাওঁতাই নাই। সি আকাশ-পাতাল ভাবি বহি আছে। দহ বজালৈকে তাৰ বিক্ৰী হোৱাৰ আশাও নাই।

মনৰ বেজাৰতে সি কানি-কাপোৰ সামৰিলে। তাৰ মনত অলেখ প্ৰশ্ন। গাওঁবোৰত দিনে দিনে কলৰ কাপোৰৰ বিক্ৰী বাঢ়িহে গৈছে। তিৰোতায়ো কলত তৈয়াৰ কৰা ফিৰফিৰীয়া

চাদৰ নিপিন্ধিলে যেন গা নুজুৰায়। হঠাৎ এই বিলাসিতা হ'ল কেনেকৈ? বিলাসিতা বঢ়ালৈ চাই মানুহৰ অৱস্থা ভাল হৈ পৰিল নে কি? নাই, মানুহৰ অৱস্থা কেতিয়াও ভাল হোৱা নাই। এইটো মাথো মানুহৰ হঠাৎ দেখাক-দেখি নতুন 'হাৱা' লাগিছে। কিন্তু এইখন যে গান্ধীৰ দেশ! আন্দোলনৰ সময়ত নেতাবোৰে বাইজক কৈছিল যে এখন ঘৰত এটা যঁতৰ চলা মানে বিলাতত যন্ত্ৰেৰে চলা এখন তাঁতশাল বন্ধ হোৱা। নিজৰ কাপোৰ নিজে বৈ লোৱা মানে নিজে স্বাৱলম্বী হোৱা। যঁতৰৰ ওপৰতে হেনো দেশৰ উন্নতি নির্ভৰ কৰিছে। এনে কথা গান্ধীজীয়েও ওৰে জীৱন কৈ আছিল আৰু নিজেও সূতা কাটিছিল। এতিয়া গান্ধী নাই কাৰণেই যঁতৰৰ কুনকুননি মাৰ গ'ল নে কি? আগতে বক্তৃতা দিয়া সেই নেতাবোৰে এতিয়া মত সলালে নে কি? মানুহবোৰবো সূতা কাটিবলৈ এলাহ লগা হ'ল নে কি? গাৱঁৰ তিৰোতাবোৰো থুপৰী হ'ল?

দুখ মনে হাট এৰি বিফল-মনোৰথ হৈ উভতি অহাৰ সময়ত ভোগৰামে ভাবিলে,—গাৱঁৰ মানুহবোৰে যদি স্বৰাজৰ আগৰ দিনৰ দৰে হাতে-কটা সূতাৰ কাপোৰ পিন্ধিলেহেঁতেন, তেতিয়া হ'লে এই বেপাৰীবোৰে মানুহক ভুৰুকিয়াবলৈ ইমান চল নেপালেহেঁতেন; আৰু সিও আজি এনে শোচনীয়ভাৱে সিহঁতৰ ওচৰত হাৰ নেমানিলেহেঁতেন। মানুহৰ পিন্ধন উৰণত আগৰ অবস্থা থকা হ'লে তাৰ ঘৰতো দুখন তাঁতশালে ভালেমান পইচা আৰ্জিলেহেঁতেন।

হাটখন পাৰ হৈ সদৰ আলিত উঠাৰ সময়ত হাটৰ মহাজন তিলকক লগ পালে। তিলকে এইখন হাট এইবাৰ বছৰি বিশ হেজাৰ টকাত ডাকি লৈছে।

"কি হে মহাজন, এতিয়াই বজাৰ এৰিলা দেখোন?"

"এৰা, নক'বা দিয়া। বিক্ৰী নাই। চিলেটীয়া বেপাৰীয়ে আমাৰ এইবাৰ মূৰত টাঙোন মাৰিলে। সিহঁতৰ লগত একো পথ্যে তাল মিলাব নোৱাৰি। বাৰু, হঠাৎ সিহঁত জাকে জাকে ওলালহি ক'ৰপৰা?"

"এ, তুমিও বহুত কথা নেজানা দিয়া। আজি আঠ দিন হ'ল, এই ফালেদি দিনে তিনিবাৰ চাৰ্ভিচ বাছ চলে। এখন ভুৰবন্ধা পায়গৈ। এখন যায় মায়গুলৈ আৰু এখন বহালৈকে আহে। বাছ চলাবেপৰা ইহঁত অহা হৈছে। হাটখনো আগতকৈ ডাঙৰ হৈছে।"

তিলকৰ কথা শুনি ভোগৰামে একো অভিমত নিদিলে। সি এটা হুমুনিয়াহ পাৰিলে। সি আৰু আজিৰপৰা ফুলগুৰি হাটলৈ আহিবৰ প্ৰয়োজন নাই। সি জাঁজৰি আৰু দলংঘাটৰ হাটতহে কেৱল পোহাৰ মেলিব পাৰিব। সি ভগৱন্তক খাটিলে যেন এই দুখন হাটলৈ টাউনৰ এই চিলেটীয়া বেপাৰীবোৰে হেপা নেমেলে।

দুপৰীয়া ভাত খোৱাৰ পাছত বৈণীয়েকে বাসন্তীক সোনকালে এঠাইত দিয়াৰ কথা উলিওৱাত সি গেঙেৰী মাৰি ক'লে, "তইঁতৰ, এই তিৰোতাবোৰৰ আৰু আন চিন্তা নাই। কেৱল বিয়া, বিয়া আৰু বিয়া। হেৰ, ইমানেই যদি তাইলৈ দৰাৰ আকাল, ভেলেউৰ তলত বহি হাত চোৱা বাবাজীটোকে নিদিয় কিয়? তিৰোতাৰ ধৈৰ্য্য বোলা বস্তুটো নাই।"

"কিয় ইমানকৈ খং খাইছে? মই জানো দেশত নকৰা কাম এটালৈ পাঁচিছোঁ। তিৰোতা নেলাগে আপোনাৰ দৰে বহুত মতায়ে একে মুখে ক'ব,—গাভৰু ছোৱালী আৰু বননিৰ বাঘে সমান।"

"আৰু ময়ো সেই বাঘৰ মুখত লাগাম লগাব জানো। বুইছ তৰু, এইবোৰ চিন্তা এৰ। এমাহ-দুমাহৰ পাছতহে গম পাবি, বাসন্তীৰ ককায়েকে তাইক বিয়া দিয়ক চাৰি তাইক যে ভৰণ-পোষণ দিব পাৰিব, তাৰো সন্দেহহে।"

"আপুনি আজি কি কথাবোৰ কৈছে? মই একো বুজা নাই।"

ভোগৰামে আগতকৈ সুস্থিৰ হৈ সেইদিনা ফুলগুৰি হাটত হোৱা তাৰ দুৰ্দশাৰ কথা খুব দুখ মনেৰে ক'লে। তৰুলতাৰ মনটো ভেনেই মৰি গ'ল। বাসন্তীৰ বিষয়ে গোপন কথাটো তাই জনোৱাৰ প্ৰয়োজন বোধ নকৰিলে। সি হয়তো জ্বলি-পকি উঠিব। হিতে বিপৰীত হ'ব।

সেই নিশা ভোগৰামৰ টোপনি নগ'ল। অলেখ আশংকা কেঁকোৰা পোৱালি হৈ তাৰ মনৰ শান্তি খুলি খুলি খাবলৈ ধৰিলে। দুমাহতে গড়কাপ্তানী বিভাগৰ শিলগুটি-সিঁচা আলিটো বেবেজিয়াৰ-পৰা জাঁজৰি পালেহিয়েই। সিহঁতৰ গাওঁ পাবলৈ আৰু কিমান দিননো লাগিব? দেশত আলি-পদূলি ভাল হ'লে ৰাইজৰ মঙ্গল বুলি ৰাইজেও স্বীকাৰ কৰে আৰু বাতৰি-কাকততো সঘনাই লিখে। কিন্তু আজিহে সি ভাবি পালে যে, এই নতুন আলিটোৱে যেন কাল-সৰ্প হৈ তাক মেৰিয়াই পেলাব!. লেমলেমিৰ মজবুত কাঠৰ দলংখন সি এক নিমিষতে পুৰি ছাই কৰি পেলাব পৰাহেঁতেন! বেজৰচুকৰ বাঁহৰ দলংখন ভাঙি এতিয়া তাত কাঠৰ খুঁটা পোতা হৈছে। তেনেহ'লে আটাইবোৰ দলঙেই কাঠৰ হ'ব। কাঠৰ দলং হ'লেই যে সোণাইৰ পাৰলৈকে মটৰ চলিব! মটৰ বুলিলেই যে তাৰ বুকু কঁপি যায়! মটৰ চলাৰ কাৰণেই সি ফুলগুৰি হাটৰপৰা চিৰদিনলৈ বিদায় ল'লে।

সেই দিনাৰপৰা ভোগৰামে দলংঘাট আৰু জাঁজৰিৰ হাট কৰিবলৈ ল'লে আৰু অন্যান্য বেপাৰো কোনো মতে চলাই থাকিল যদিও তাৰ আগৰ উৎসাহ নাই। সি মুজুৰা মাৰি থকা হ'ল। সাধাৰণ কথা এটাতে খং কৰা হ'ল। তৰুলতাই কেবা দিনো চেষ্টা কৰিও তাৰ আগত বাসন্তীৰ বিষয়ে আচল কথাটো উন্নুকিয়াবলৈ সাহ নকৰিলে।

এদিন বাসন্তী আ[illegible]কঁহিগুৰিৰপৰা আহিল। সিহঁতক ভোগৰামে মোমায়েকহঁতৰ [illegible]কো সুস্থিলে। তাৰ মাথোঁ এটা চিন্তা। তাক বহুত টক[illegible]লাগে। নহ'লে সি বেপাৰ কৰা অসাৰ। কিন্তু মূলধন যোগাৰ হ'ব কেনেকৈ? এই তিনি মাহ ঘৰখন লাভৰ টকাৰে চলা নাই। বেপাৰত খটুওৱা টকাৰ অংকহে দিনে দিনে কমি আহিছে।

## ॥ সাত ॥

বাৰিষা আহিল। ঘনে ঘনে আকাশে ন ন ৰূপ দেখুৱালে। নদ-নদীয়ে যৌৱন পালে। সোণাই ফেনে-ফোটোকাৰে উচপি পৰিল। সেউজী লখিমীৰ ভৰত পথাৰ দোঁ খালে। শৰালি, বনৰীয়া হাঁহ আৰু কাম-চৰাইৰ বৰ্ণ-বৈচিত্ৰ্যাই পথাৰৰ নিৰৱ গাম্ভীৰ্য্য মুখৰ কৰি তুলিলে। জাক পাতি উৰি ফুৰা বিবিধ বনৰীয়া চৰায়ে মাটি আৰু মেঘৰ মাজত মিতিৰালি পাতিলে। পাভচিলা, জলমৈ গাওঁ আৰু ম'ৰাপুৰৰ হাবি গুৰনি কৰি থকা ম'ৰা-চৰায়ে চুলি বৰণ মেঘৰ গাজনিত আত্মহাৰা হৈ চালি ধৰি নাচিলে। ডাউক আৰু মাছ-ৰোকাৰ আৰাৱে সোঁৱৰাই দিলে যে সেউজী লখিমীয়ে ঢাকি ৰখা উচ্ছল জলৰাশিত মেঘালী, সোণালী আৰু ৰূপালী মাছে খলক লগাইছে! কাম-চৰাইৰ পাখি যেন বাওধানৰ মাজে মাজে থকা সেঁওতাৰ দৰে পানীৰ বাটেৰে নাৱৰীয়া অহা-যোৱা কৰিলে।

ফুলে কলি পাৰিলে। কঁহুৱা-বিৰিণাও সেউজ তৰংগেৰে প্ৰাণময়। খাল-ডোং পানীৰে পূৰ হ'ল। বেং-ভেকোলাৰ প্ৰাণখোলা মাতত যেন সোণাইৰ ক্লান্তিহীন সোঁতৰ গতিবেগ বাঢ়িল। সোণাইপৰীয়া গাওঁ প্ৰকৃতিৰ নতুন মহিমাৰে সৰস হৈ পৰিল। সোণাইপৰীয়া মানুহো প্ৰকৃতিৰ নতুন ৰূপৰ লগত মিলি গ'ল। বাৰিষাৰ উদ্‌ভ্ৰান্ত অসংযত প্ৰাণময় বৈষম্যৰ লগত [illegible] চলিবলৈ মানুহে অনুৰূপ সাহস গোটালে। আৰম্ভ [illegible] মৰাৰ নিচা, সোণাই বুকুত কৌশলেৰে নাও অনা-নি[illegible]ঃসাহসিকতাৰে জীয়াই থকাৰ নিচা। এইটোৱেই মৰাপাট কটা, মৰাপাট গোৱোৱা আৰু মৰাপাট বখলিওৱাৰ সময়। এইটোৱেই মৰাপাট বেচি বছৰটোলৈ টনকিয়াল হৈ জোৱাৰ সময়।

পথাৰত গোৱোৱা মৰাপাটৰ গোন্ধে খেতিয়কক আগৰ দৰেই ধন আকলুৱা কৰিলে। চোঁতালে চোঁতালে বাঁহৰ ভঁৰাত জীয়াবী

জোৱাবীয়ে মৰাপাট মেলি মেলি হয়তো শাৱণী পূর্ণিমাৰ মগোল দেখিলে। সোণাইপৰীয়া কৰ্মৰ ছন্দেৰে এটি বনগীত হৈ মিলি গ'ল।

যদিও শাওনৰ ছয়ামন্না বিজুলীৰ অশান্ত আকাশৰ বাবি-ৰবিষণে ৰবনৈৰ পানী বঢ়ালে, শাখানদীৰ পানী বাঢ়িল আৰু মানুহৰ উৎসাহো বাঢ়িল, ভোগৰামৰ মনটো আগৰ দৰেই থাকিল। কাৰণ, নৈৰ পানী বঢ়া দি মৰাপাটৰ দৰ বাঢ়ি গ'ল যদিও সি বেপাৰত লাভ বঢ়াব নোৱাৰিলে। নিজে নাও বাই দিনটোতে দুবাৰ-তিনিবাৰ সোণাইৰ ইপাৰ-সিপাৰ হ'ল, ঘৰে ঘৰে মৰাপাট বিচাৰি হাড়ক মাটি তেজক পানী কৰিলে, কিন্তু এসপ্তাহ, দহ দিনৰ ভিতৰত সি লাভ কৰিব পৰা দামত এনাও মৰাপাটো যোগাৰ কৰিব নোৱাৰিলে। মানুহবোৰ সিয়ান হ'ল। দৰ-দামৰ খুব খবৰ ৰখা হ'ল। কাঁটাভাল ভাঁজ লগাই কাটি জোখত ইফাল-সিফাল কৰিও আগতে সি লাভ কৰিছিল। এতিয়া সেই ওনা দেলে। মানুহবোৰে এইবোৰ কায়দা বজি পোৱা হ'ল। কিন্তু এবছৰৰ ভিতৰতে মানুহবোৰ ইমান চালাক হ'ল কেনেকৈ? তাৰ দৰে বেপাৰ কৰা চাকিৰামে ক'লে বোলে মৰাপাট কটাৰ আগতে সোণাইপৰীয়া গাৱঁলৈ কেইটামান মাৰোৱাৰী আহিছিল। সিহঁতে মানুহক বাইনা দি গৈছিল আৰু কৈছিল যে মৰাপাট সদায় 'পদ্ম-কাঁটা'ত জুখিলেহে বেচিব লাগে। জেপত লৈ ফুৰা কাঁটাবোৰত জোখৰ ঠিক নাই। টাউনীয়া বেপাৰীবোৰ আহিবলৈ পালে শিলগুটি দিয়া আলিটোৱে সোণাইৰ দক্ষিণ পাৰৰ গাওঁ কেইখন ছুলেহি কাৰণেহে। এই আলিটোৱেই সাধাৰণ বেপাৰীৰ কাল হ'ল।

মেমলেমি দলং আৰু হাতীচুং-জাঁজৰিৰ মাজৰ দলংখন চ'ত-বহাগতে সজা হৈ গ'ল। শাওনত ইঞ্জিনিয়াৰে পৰীক্ষা কৰি কিমান ওজনেৰে যান-বাহন দলঙৰ ওপৰেদি পাৰ হ'ব পাৰে, তাকে নিৰ্ধাৰণ কৰি দিলে। দলঙৰ আগত চাইন ব'ৰ্ড পোতা হ'ল। 'মেক্সিমাম্ টনেজ' লিখা হ'ল। বেৰেজিয়াৰপৰা দলংখাটলৈকে সজা এই নতুন

আলিটোৰ ওপৰেদি ট্ৰাক, বাছ আদি অহা-যোৱা কৰিব পাৰে বুলি চৰকাৰে অনুমতি জনালে। তাৰ ফলতেই ভোগৰাম আৰু তাৰ দৰে বহুতো চৰম বিপৰ্য্যয়ৰ সন্মুখীন হ'ল।

দলংঘাট সোণাইৰে এটা ঘাট। ভোগৰামৰ নিজৰ গাওঁ ম'ৰাপুৰৰপৰা কিজানি এমাইল পশ্চিমে হ'ব। সোণায়েদি নাৱেৰে আহিলে হয়তো তাতকৈ দুই ফাৰ্লংমান কম হ'ব পাৰে। খৰালি এই ঘাটত প্ৰতি বছৰে একোখন বাঁহৰ দলং সজা হয় কাৰণে ঘাটটোৰ নাম দলংঘাট কিমান দিনৰপৰা হৈছে তাৰ আঁতিগুৰি সোণাইপৰীয়া মানুহে নেজানে। দলংঘাটৰ দক্ষিণে মণিপুৰ-বৰি নামৰ গোচাৰণ ভূমি-সংলগ্ন। তাতে ঘাটৰ ওচৰতে দলংঘাট বজাৰ বহে। এইখন বজাৰেই হ'ল উত্তৰপৰীয়া আৰু দক্ষিণপৰীয়া মানুহৰ সংযোগস্থল ইয়াত ভোগৰামৰ কট-কাপোৰৰ ব্যৱসায় খুব ভালকৈ চলে। বাৰিষা সোণাইৰ পাৰৰ দূৰ গাওঁৰ মানুহে নাৱেৰে ইয়ালৈ মৰাপাট আনে। ভোগৰামে ইয়াৰপৰাই কম কষ্টতে মৰাপাট কিনি তাকে চহৰত বেচি কেইবা বছৰৰপৰাই ভাল লাভ কৰি আহিছে। কিন্তু এইবাৰ বাৰিষা তাৰ কপাল বেয়া। দলংঘাট বজাৰত বহুত মৰাপাট ওলাইছে। কিন্তু দাম খুব বেছি হৈছে। এই দামত কিনিলে তাৰ লাভ নহয়।

শিলগুটিৰ আলিটো সোণাইৰ পাৰ পোৱাৰ এপষৰ পাছতে এদিন দেওবাৰে সি এনে সংকট আৰু হতাশাৰ সন্মুখীন হ'ল যে তাৰ নিজৰ অস্তিত্বকে অনুভৱ কৰিবলৈ মানসিক শক্তি হেৰাই গ'ল। সি বজাৰৰ দিনা খালী গৰু-গাড়ীখনৰ পাছে পাছে চাইকেল টানি টানি শিলগুটি দিয়া আলিটোৰে আহি আছিল। তাৰ উদ্দেশ্য আছিল দলংঘাট বজাৰত মৰাপাট কিনা। কিন্তু আলিত প্ৰকাণ্ড প্ৰকাণ্ড ট্ৰাকে উৰুওৱা ধূলিৰ মাজত সি আৰু তাৰ গৰু-গাড়ী লীন হৈ গ'ল। বজাৰ পাই দেখিলে টাউনৰ মৰাপাটৰ কাৰবাৰ কৰা ধনী

ধনী মাৰোৱাৰীৰ মানুহ বজাৰলৈ আহিছে। তাওৰ খুঁটা পুতি প্ৰকাণ্ড প্ৰকাণ্ড 'পজ কাঁটা' জাবি অবিৰাম মবাপাট জুখিছে। অলপ সময়ৰ ভিতৰতে পৰ্বত-প্ৰমাণ মবাপাটেৰে ট্ৰাক বোজাই কৰি টাউনলৈ গৈছে। সি ক'তো এমোণ মবাপাট কিনিব নোৱাৰিলে। মনৰ দুখত আৰু নিজৰ ক্ষুদ্ৰ শকতিৰ পৰিচয় পাই, সি কাঁটাডাল লাজতে জেপত সুমুৱাই ভালকৈ লুকুৱাই ল'লে। মানুহে আৰু তাক মবাপাট বেচিবৰ প্ৰয়োজন নাই। যিবোৰ মহাজনক মবাপাট বেচি সি লাভ কৰে, এতিয়া সেইবোৰ মহাজনেই বজাৰলৈ আহি উৎপাদন-কাৰীৰপৰা হাতে হাতে কিনিছেহি। চিৰ পৰিচিত দলংবাট বজাৰত পৰিচিত কিনোতা-বেচোঁতাবোৰৰ আগত সি মুখ দেখুৱাবলৈকে লাজ আৰু অপমান বোধ কৰিলে। দহ নৌ-বাজেঁতেই সি বজাৰৰপৰা গুচি আহিল। ঘৰলৈ আহি সি পোনতে ঘৰৰ পাছ ফালৰ ঠাসুৱা-ঘাটত অকলে অকলে বহুত পৰ বহি থাকিল। সি অকলে অকলে সোণাইৰ আগত কান্দিলে। আজি তাৰ জীৱনত ডাঙৰ পৰাজয় হ'ল। এই পৰাজয়েই তাক এদিন নিশ্চিহ্ন কৰিব। দাৰিদ্ৰ্যই তাৰ জীৱনৰ সকলো আশা-ভাৰসা আৰু সুখ-সম্পদ কাঢ়ি নিব। আৰু দাৰিদ্ৰ্য বোলা বস্তুটো সি অন্তৰৰপৰাই ঘৃণা কৰে।

দুদিনমান সি ঘৰতে সোমাই আছিল। ঘৰত কাকো মাত-বোল কৰা নাছিল আৰু কপালত চিন্তাৰ ৰেখা দেখি ঘৰৰ কোনোৱে তাক উপযাচি মাতিবলৈ সাহস কৰা নাছিল। সি এই নতুন সংকটৰপৰা উদ্ধাৰ হোৱাৰ কোনো বাট বিচাৰি নেপাইছিল। সোণাইপৰীয়া সম্পদ আৰু প্ৰকৃতিৰ মাধুৰ্য্যই তাক আমনিহে দিছিল। সি ভাবিছিল,—সময়ে তাৰ ওপৰত প্ৰতিশোধ ল'লে; সুৱদী সোণাই আজিৰপৰা তাৰ নিমৰমী মাহীমাক হ'ল।

তথাপি সি পৰাজয়ৰ গ্লানি সহ্য কৰিবলৈ মান্তি নহ'ল। জেপত কাঁটা লৈ সি সোণাইপৰীয়া গাওঁ কেইখন ঘূৰিলে। কিন্তু চাৰি-পাঁচদিন ঘূৰিও এগাড়ী মবাপাট যোগাৰ কৰিব নোৱাৰিলে। ইতিমধ্যে কিনোতাৰ মন ঘূৰি গৈছে। প্ৰায়বোৰ মানুহেই দলং-

ঘাট বজাৰৰ যোগেদি বেছি টকাৰ মালিক হোৱাৰ সপোন দেখিছে। বজাৰলৈ নিয়েই যদি টাউনত বেচাৰ দামটো পায়, তেনেস্থলত কেৰজেৰ কৰি স্থানীয় বেপাৰীক মৰাপাট বেচিবৰ প্ৰয়োজন কি? তদুপৰি, দলংঘাটলৈ টাউনৰপৰা যিবোৰ কেঞা-মহাজন আহে, সিহঁতেই হেনো মৰাপাটৰ 'বজাৰ ভাও'ৰ উঠা-নমা কৰোৱাৰ হৰ্তা-কৰ্তা-বিধাতা। সিহঁতে কিনা মৰাপাটেই পোনে পোনে কলিকতাৰ কলঘৰলৈ চালান যায়।

ভাদ শেষ নৌ-হওঁতেই ভোগৰাম তেনেই ভাগি পৰিল। বেপাৰৰ আচল সময়টোতেই তাৰ চৰম বিপৰ্যয় আহিল। চাৰি মাহৰ ভিতৰতে চাই থাকোঁতেই সি ফুলগুৰি হাটত কটা-কাপোৰ বেচা বাদ দিবলগীয়া হ'ল। সোণাইপৰীয়া গাৱঁত মৰাপাট কিনাৰ মুদা মৰিল। দলংঘাট বজাৰত যে সি মৰাপাট বেচোঁতাক দাম সুধিবলৈকে ভয় কৰা হ'ল। শেষত সি ভাবি পালে, তাৰ আৰু অন্য উপায় নাই। জঁাজৰি আৰু দলংঘাটৰ বজাৰতে সি কটা-কাপোৰ বেচি ভাত মুঠি মোকোলাব পাৰিব। কাৰণ, এই পৰ্য্যন্ত টাউনৰপৰা সোণাইৰ পাৰলৈ চাৰ্ভিচ বাছ চলা নাই কাৰণে টাউনৰ ঢাকাইপট্টিৰ বেপাৰীবোৰ এই দুখন হাটলৈ অহা নাই।

॥ আঠ ॥

আশা-নিৰাশা আৰু ভালেমান সৰু-সুৰা ঘটনা পাছ পেলাই সময়বোৰ আগ বাঢ়ি গ'ল। বাসন্তীৰ এই কেইমাহৰ আচৰণত সুজলা আৰু তৰুলতা মোহিত হ'ল। বাসন্তীয়ে আজিকালি ঘৰৰ ভিতৰতে সোমাই থাকে। ঠাকুৰা-ঘাটলৈ যায় যদিও বেছি পৰ নেথাকে। মাকক প্ৰতি দিনে পুথি পঢ়ি শুনোৱায়। মনৰ সকলো আশা-আকাংক্ষা দীঘ-বাণি হৈ তাঁতশালত থমকি ৰয়। তাই আগন্তুকৈ বেছি মনোযোগেৰে তাঁত বয়। গাৱঁলীয়া ছোৱালীৰ পীৰিতিৰ পৰশে অসীম ধৈৰ্য্যও দিয়ে। এতিয়া ধনঞ্জয়ৰ সৌৰৱণে

তাইৰ গাভৰু মন হিংসা-হিংসি নকৰে। তাৰ লগত বিয়া নহয় মানে তাৰ কথা ভাবিবৰ তাইৰ কোনো অধিকাৰ নাই। চান্দোৰ মেৰ-ঘৰৰ চকুৰে নমনা ছিঁড্ৰইদি পাপৰূপী সাপক সোমাবলৈ দিব নোৱাৰি। এই পাপ সোণাঁইপৰীয়াৰ ধাৰণাৰ পাপ। হোমৰ গুৰিত অগ্নিক সাক্ষী কৰি মন্ত্ৰ উচ্চাৰণ কৰাৰ পাছতহে সোণাইপৰীয়া ছোৱালীয়ে মনৰ কামনা-বাসনাক আশ্রয় দিব পাৰে, দেহৰ চঞ্চলতাকো তেতিয়াহে আত্মসমৰ্পণেৰে সহনীয় কৰি তুলিব পাৰে। এয়ে সোণাইপৰীয়াৰ প্ৰচলিত নৈতিক-বোধ। বাসন্তীয়ে গাভৰু মনটো সংযত কৰি ভৱিষ্যতৰ সোণালী সপোন দেখে। আজি-কালি ঠাসুৱা-ঘাট বজাৰে ধনঞ্জয়ক নেদেখে। তাই শুনিছে বোলে আজি-কালি ধনঞ্জয় ম'ৰাপুৰেদি টাউনলৈ নেযায়।

মাকৰপৰাহে তাই খুব অশান্তি পাইছে। চকুৰ জাল কটোৱাৰ পাছত তেওঁ বিত চকু পিন্ধি কিছুদিন গুণ পাইছিল। কিন্তু এতিয়া আকৌ জলক-তবক দেখা হ'ল। বিত-চকুযোৰ হেনো একো কামত নহা হ'ল। মাকে হাতেৰে খেপিয়াই খেপিয়াই ঘূৰি ফুৰাটো তাইৰ সহ্য হোৱা নাই। কিন্তু এই সময়ত চিকিৎসা কৰিবৰ যে উপায় নাই। ঘৰৰ অৱস্থা দিনে দিনে হীন হৈ গৈছে। তথাপি এদিন ককায়েকক কৈ চালে। তাই কঁহিগুৰিত শুনি আহিছে কাঁচখন মাজতে দুভাগ কৰা যেন দেখা এবিধ বিত-চকু ওলাইছে। এই কাঁচৰ উপৰিভাগেৰে দূৰৈৰ বস্তু চাব পাৰি আৰু তলৰ ভাগেৰে ওচৰৰ বস্তু চোৱাত সুবিধা। এইবিধ বিত-চকুত দহ টকামান খৰচ পৰে।

ককায়েক সেই দিনা দলংঘাট বজাৰৰপৰা আহি নিজৰ পৰাজয়ৰ বোজা লৈ ঘৰ সোমাইছিলহি। সি বজাৰত কটা-কাপোৰ বেচিব পৰা নাছিল। বজাৰত তাৰ স্কুলগুৰিৰ অৱস্থাই হৈছিল। তিনি দিনৰ আগৰেপৰা অৰ্থাৎ আগষ্টৰ গোন্ধৰ তাৰিখৰপৰা নগাৰ্ঁৰপৰা দলংঘাটলৈকে দিনে দুখনকৈ চাৰ্ভিচ বাছ চলিছে। দলংঘাটৰ দেওবৰীয়া বজাৰ ঢাকাইপট্টিৰ বেপাৰীৰে ভৰি পৰিছে। মঙ্গলবাৰলৈ

আঁজৰি বজাবতো তাৰ একে অৱস্থাই হ'ব। এই মানুহ ভিতৰতে সি বেপাৰ এৰিবলৈ বাধ্য হ'ব বুলি ধৰিব পৰিছে। তাৰ ফলত সি মূলধনৰ টকাৰে ঘৰ চলাব লাগিব। সেই টকা শেষ হ'লে হয়তো তাৰ মৰমৰ চাইকেলখন বেচিব লাগিব। তাৰ পাছত হয়তো ফুকন-পথাৰৰ মাটি তিনি হালিচাও মোলাই মহৰীক বেচিব লাগিব। মোলায়ে ধাৰৰ পঁচিশ টকা খোজোঁতে এদিন সি অপমান বোধ কৰিছিল। কিন্তু মোলাইৰে বৰ কথা বজিল। এনে দিন আহিল যে ধনঞ্জয়ে মোলাইকে তাৰ পৈতৃক সম্পত্তি এৰি দিব লাগিব।

মনৰ এনে অৱস্থাত বাসন্তীয়ে মাকলৈ বিত-চকু কিনাৰ কথা কোৱাত ভোগৰামৰ গাত যেন জুইহে জ্বলিল। সি হুপি থকা বিৰিৰ টুকুৰাটো বিতৃষ্ণাৰে দূৰলৈ দলিয়াই বাসন্তীক তিতা মাত শুনালে, "তইঁতে দেখিছোঁ আটাইকেইজনী গোট খাই মোৰ মূৰটো খুলি খুলি খাবি। মই কেঞাৰ গাড়োৱান নোহোৱালৈকে তইঁতে মোক নেৰিবি। মই পুৰা গম পাইছোঁ। মাৰক যে বিত-চকু এযোৰ লাগে, তোকো এযোৰ নেলাগে নে আই? এবা, ছোৱালীৰ বিত-চকু লগাই ইচ্‌টাইল্‌ কৰি বাটত ফুৰিবৰ সময় হ'ল।"

ককায়েকে তাইক খুব মৰম কৰে বুলিয়েই তাই ভাবে। ইমান দিনে তাইক সামান্য একেবাৰ টান কথা কৈছে বুলি তাইৰ মনত নপৰে। কিন্তু হঠাতে আজি ভোগৰামে এনেকৈ গাজত লগা কথা কোৱাত তাই হাও-হাওকৈ কান্দি পেলালে। খিতাতে তাৰ ওচৰৰপৰা ছিটিকি পৰিল। শোৱনি ঘৰত সোমালগৈ। ৰাতি তক আৰু সুজলাই খটুবান্ধ ধৰি লাগিও তাইক ভাতৰ পাতত বহুৱাব নোৱাৰিলে। ৰাতি তাইৰ চকুৰ পতা জাপ নেখালে। চকুৰে গাঁক জিয়ালে। সোণাইপৰীয়া গাভৰুৰ সহিষ্ণুতাই হাৰ মানিলে। তাই ভোগৰামক শতুৰু যেন ভাবিলে। ওপজা ঘৰখন পেতাশাল যেন লাগিল। সুজলা আৰু তৰুৰ মৰম-সনা মাতত তাই কপটতাৰহে ইংগিত পালে। প্ৰায় চাৰি মাহৰ মূৰত হঠাৎ তাইৰ আজি

ধনঞ্জয়লৈ খুব বেছিকৈ মনত পৰিল। তাইৰ সজল চকুত ধনঞ্জয়ে যেন তাৰ শুশ্ৰূষৰে দেখা দিলেহি। তাইৰ সোণাইপৰীয়া সংযমৰ ওখ মথাউৰি সোপাই নিয়ম নমনা বাঢ়নী পানীয়ে উটুৱাই লৈ গ'ল। তাই যেন অকস্মাতে আঁইসীৰ বাতি উল্কাৰ পোহৰ দেখিলে। জীৱনত প্ৰথম লগ পোৱা পুৰুষজনৰ সাৰ্থক চিন্তাই আৰু পীৰিতিৰ সঞ্জীৱনী পৰশে তাইৰ মনৰ সকলো দীনতা দূৰ কৰিলে। পাছ দিনাৰপৰাই তাই আগৰ বাসন্তী হৈ পৰিল। তাইৰ পূৰঠ মোহনীয় দেহৰ লগত মনে মিতিৰালি পাতিলে। মধুৰ অতৃপ্তি আৰু আশাৰ ভৰা-নদীৰে সেই মনে পূৰ্ণতা পালে। তাই ঠানুৱা-ঘাটৰ ওচৰৰ আম, জামু, কদম, কলগছৰ ছাঁত বহি থাকিবলৈ ভাল পোৱা হ'ল। শৰৎকালৰ সোণাইৰ ফটিকৰ ধাৰ যেন পানীত এখন নতুন সংসাৰৰ প্ৰতিবিম্ব দেখিলে। সোণায়েদি চলাৎ চলাৎ বঠা মাৰি আগ বঢ়া নাৱৰীয়াৰ গীতত শুনিলে,—সুদূৰৰ ৰিণি ৰিণি সঁহাৰি। তাই সোণাইৰ পাৰত তালেমান সময় বহি থাকি আমনি নোপোৱা হ'ল।

চ'ৰাঘৰটো তাই আগৰ দৰে সজালে। শোৱনি ঘৰটোৰ কেইবা ঠাইতো উৰুখিছে। খেৰ-ঘৰটোৰ খুঁটা দুটা উঁয়ে খাইছে। ৰান্ধনি-ঘৰটোৰে বেৰ এখন ভাগি শিয়াল সোমাব পৰা হৈছে। ভঁৰাল ঘৰটো উত্তৰ কালে বেঁকা হৈছে। ঘৰৰ সকলো ঠাইতে, আনকি মানুহৰ মুখ আৰু পোছাকতো অভাৱে চিন ৰাখি থৈছে। এনেস্থলত চ'ৰাঘৰটো আগৰ দৰে সজোৱা মানে কাউৰীৰ ভেটকাত ম'ৰাৰ পাখি গজোৱা। তথাপি বাসন্তীয়ে একো অমিল অনুভৱ কৰা নাই। কিজানি এদিন ধনঞ্জয় আহেই! সি আহি সিহঁতৰ চ'ৰাঘৰটো দেখিয়েই নিশ্চয় তাইৰ মনৰ খবৰ পাব।

জঠা গছজোপা কুঁহিপাতে পোখা মেলি বসন্তৰ আপোন গৌৰৱ ঘোষণা কৰাৰ দৰেই বাসন্তীৰ মৰম-তৃষ্ণাই প্ৰাত্যহিক দৈন্যকো মধুৰ কৰিছে। প্ৰেমৰ অপাৰ্থিৱ বিকল্প তেজ-মঙহৰ ৰূপ লৈ আপোন বঙৰ মাধুৰী বিলাইছে।

ভাৱৰত দিনে দিনে বিবিধ ৰং সানি শৰতৰ দিনবোৰ পাৰ হৈ

প'ল। হেমন্তৰ আগমনীয়ে সোণাইপৰীয়া জীৱনলৈ বিশ্ৰাম আনিলে। কলজুৰা গছ বোৱাৰী তিৰোতা হ'ল। ধানে থোৰ কাটিলে। খৰাং বতৰে খাল-ডোং শুকুৱালে। মাছুৱৈয়ে সোণাইত খল পাতি বৌ-চিতল ধৰিলে। ঘৰে ঘৰে খোল-মৃদঙ্গৰ ছেৱে হেমন্তৰ নিথৰ বায়ুত খলক তুলিলে। সোণাইৰ পাৰৰ বাঁহী, পেঁপা আৰু গগনাৰ মাতে মন উক উক কৰিলে। শইচ চপোৱাৰ আশাত সোণাইপৰীয়াই কঙালী কাতিৰ দুখ পাহৰিলে।

অৱশেষত এদিন ধনঞ্জয় সিহঁতৰ ঘৰলৈ আহিল। ভোগৰাম আজিকালি প্ৰায় ভাগ সময় ঘৰতেই থাকে। সি অলপ পৰ ভোগৰামৰ লগত কথা পাতিলে। বাসন্তীয়ে তাৰ আগেদি দুবাৰ অহা-যোৱা কৰিলে। সিহঁত দুয়োটো আজি একেলগে টাউনলৈ যোৱাৰ কথা। ভোগৰামৰ যি কেই হালিচা মাটি আছে, তাতে মনপুতি খেতি কৰাৰ মন কৰিলে। কিন্তু খেতি কৰিবলৈ বলদ নাই। সেই কাৰণে কৃষি-ঋণ লোৱাৰ কথা ভাবিলে। সি এখন দৰ্খাস্ত দিলে। ধনঞ্জয়ৰ টাউনত ভালেমানৰ লগত চিনাকি আৰু সি বিষয়াক বুজাই কথা ক'ব পাৰে কাৰণেই ভোগৰামে ধনঞ্জয়ৰ সহায়তে ঋণৰ টকা পোৱাৰ আশা দেখিলে। গতিকে, ধনঞ্জয় ভোগৰামৰ অনুৰোধ ৰক্ষা কৰিছে ভালেমান দিনৰ মূৰত ইয়ালৈ আহিল। সি বাসন্তীৰ আচৰণত ইতিমধ্যে অসন্তুষ্ট হৈছিল। তিনি মাহৰ আগত সি আহোঁতে তাই তাৰ আগত নোলাইছিল। ঠাকুৰা-ঘাটত তাই তাক দুদিন দেখা পাই লৰি পলাইছিল।

ধনঞ্জয়ক চ'ৰাঘৰত বহুৱাই থৈ ভোগৰাম ভাতৰ পাতত বহিল। ধনঞ্জয়ে ভাত খাই আহিছে কাৰণে তাক চাহ একাপ দিবলৈ ভোগৰামে আদেশ দিলে। চাহ লৈ বাসন্তী তাৰ আগত থিয় হ'ল। সি মুখ ঘুৰাই দিলে। একো নেমাতিলে। তাই 'চাহ' বুলি কোৱা কথাষাৰ নুশুনা ভাও জুৰিলে। বাসন্তীৰ চকু দুটা ছলছলীয়া হ'ল। তাইৰ নাকৰ পানী উজোৱাৰ শব্দটোৱে অৱশেষত ধনঞ্জয়ৰ পুৰুষ-হৃদয় সেমেকাই পেলালে। সি তাইৰ ফালে

চালে। তাইৰ সজল নয়ন দেখি সি বিচলিত হৈ পৰিল। মাতত সুখ মিহলাই সি আতুৰ হৈ ক'লে, "বাসন্তী!"

"ধন!" বাসন্তীয়ে চকু দুটা আঁচলৰ আগেৰে মচিলে।

"তুমি, তুমি কিয় মোক জনালা যে তুমি মোক আপোন বুলি ভাবিছা? মই যে এটা অতি সাধাৰণ মানুহ। মই ডলাৰ বগৰী। মোৰ আই নাই, বোপাই নাই। মই এটা পৰগনীয়া।"

"কেতিয়াৰপৰা তুমি ইমান নিদাৰুণ হ'লা? মোক নেওচা দি তুমি কি শান্তি পোৱা? এই চাৰি মাহ যে তুমি এদিনো নাহিলা?"

"মোৰ সময় নাছিল বাসন্তী। পাভচিলাত হাইজা হৈছিল। কুকুৰ-শিয়ালৰ দৰে মানুহ মৰা দেখি মই সকলো অসাৰ দেখিছিলোঁ। সিহঁতৰ কাৰণে মই থৰ-কাছুটি নোহোৱাকৈ খাটিছিলোঁ যদিও কিবা এটা চিন্তাই মোক হৃদে বিন্ধা-দি বিন্ধিছিল আৰু তুমিও যে মোক···"

"সেই কথা এতিয়া মুখলৈ মানিবা ধন! মোৰে শপত। মোৰ ভুল হৈছিল। মোক ক্ষমা কৰা।"

"বাসন্তী, মোৰ চকুলৈ চাই তুমি এই কথা ক'ব পাৰা?"

"মই পেটৰপৰা কৈছোঁ। তোমাৰ কাৰণে যে মই সকলো এৰিব পাৰোঁ।"

তাইৰ উচুপনিৰ মাজেদি ওলোৱা মাতটোৱে ধনঞ্জয়ক খুব আমনি দিলে। সি তাইক ক'লে, "এই সময়ত আৰু তোমাৰ ককায়েৰাক আমনি দিবৰ ইচ্ছা নাই। তেওঁৰ বেপাৰ পৰিছে। খেতি-বাতি কৰি যদি অলপ টনকিয়াল হয়, তেতিয়া তেওঁক কথাটো জনোৱাম। নহয় জানো?"

ধনঞ্জয়ৰ মুখেই এনে কথা শুনি তাই নিৰ্বাক বিস্ময়েৰে তাৰ মুখলৈ চালে। এনেতে ভিতৰৰপৰা ভোগৰামৰ মাত শুনা গ'ল, "ডাক্তৰক তমোল-চালি এখন দিলি নে?" তাৰ ভাত খোৱা শেষ হ'ল। চ'ৰাঘৰৰ কাষে তাৰ মাতটো আগুৱাই আহি আছে কাৰণে

বাসন্তী খন্তেকতে ধনঞ্জয়ৰ ওচৰৰপৰা আঁতৰি গ'ল আৰু ভিতৰত তামোল কাটিলেগৈ। তাইৰ মনত বিজুলী জিলিকিল।

ধনঞ্জয় আৰু ভোগৰাম টাউনলৈ যোৱা চাই চাই বাসন্তীয়ে ভাবিলে,—বৈনাই-জেঠেৰী হিচাপে ইহঁত বেছ যোৰ হ'ব। তাই ভগৱানক খাটিলে,—ভোগৰামে যেন আজিয়েই বহুত টকাৰ কৃষি-ঋণ পাওক। সোনকালে সি উত্তম খেতিয়ক হৈ পৰক; এটা খানে ঠাই মাৰি থকা গুটি-ভঁৰালৰ গৰাকী হওক। মনে মনে তাই 'খুৰীয়া নামঘৰ'লৈ ছুচাকি তেল আগ বঢ়ালে।

॥ ন ॥

আবেলি ভোগৰাম ঘৰ পালেহি। চোঁতাল পাওঁতেই ল'ৰা-ছোৱালী কেইটাই তাক আগুৰি ধৰিলে। একেবাৰে সৰুটোৱে চুৰিয়াত ধৰি আজুৰিলে। মালচে চাইকেলৰ পেডেলত ভৰি দিবলৈ চালে। মাজু ছোৱালীজনীয়ে 'দেউতা মই উঠোঁ' বুলি খেনখেনালে। সিহঁতে সদায় এনেকুৱা কৰে। আজি কিন্তু ভোগৰামে মালচক এটা কাণ তাল মাৰি যোৱা চৰ সোধালে। বাকী কেইটা ভয়তে কাঁহি ছিটিকা দিলে। সি চিঞৰি চিঞৰি ক'লে, "ক'ৰবাৰপৰা ওলালেহিয়েই আপদবোৰে আগুৰি ধৰিবহি। মৰকুটীয়াবোৰ নমৰাও হ'ল।"

বাসন্তীয়ে চ'ৰাঘৰৰপৰা সকলো লক্ষ্য কৰি আছিল। তাইৰ মনটো জামৰি গ'ল। ভোগৰামে নিশ্চয় কৃষি-ঋণ নেপালে। সি ঘৰ সোমাওঁতেই ইয়াৰ লক্ষণ দেখা পালে। আচলতে কথাটো সঁচাই। ধনঞ্জয়ে টাউনৰ সেই ধাৰ দিয়া বিষয়াজনক কাকুতি-মিনতি কৰি কৈ চালে। ভোগৰামেও নিজৰ নিঃকিন অৱস্থাৰ কথা যি পাৰে ক'লে। কিন্তু কঠুৱা বিষয়াজনৰ হিয়া মুকুমজিল। তেওঁ ক'লে যে বেপাৰী মানুহক একো-পধ্যে ঋণ দিব নোৱাৰি। আচল খেতিয়কৰে জাপ জাপ দৰ্খাস্ত তেওঁৰ টেবিলত পৰি আছে।

সিহঁতক দিবলৈকে টকাই মুকুলাব। তদুপৰি, এই ধৰণৰ ধাৰৰ টকা পাবৰ হ'লে ভালেমান চৰকাৰী নিয়ম আছে। সেইবোৰ নিয়ম মানি চলেঁমানে পাবলগীয়া ঋণো অতি কমে ছমাহৰ পাছতহে দিব পৰা হয়। বিষয়াজনৰ কথা শুনি ধনঞ্জয়ৰ খং উঠে। অসমৰ কৃষি-জীৱনৰ বিকলাঙ্গ ৰূপটোৱে তাক হতাশ কৰে। চৰকাৰী বিষায়াৰ সহানুভূতিৰ অভাৱে তাক অতিষ্ঠ কৰি তোলে।

ঋণ পোৱাৰ অলপো আশা নেদেখি ভোগৰাম অতি নিৰাশ হৈ পৰে। উন্নতিৰ সকলো পথ তাৰ কাৰণে ৰুদ্ধ।

কিন্তু অৱশেষত তাৰ কপাল ফুলিল। এদিন এজন প্ৰতাপী মানুহ হঠাতে তাৰ ঘৰ ওলালহি আৰু পাছত তেওঁৰ জৰিয়তেই তাৰ জীৱনৰ গতি সলনি হ'ল।

. সোণাইপৰীয়া গাওঁ এইবাৰ পাঁচ বছৰৰ মূৰত আকৌ এটা নুকীয়া উত্তেজনাৰে দলদোপ-হেন্দোলদোপ হৈ পৰিল। সোণাই-পৰীয়াই পথাৰৰ লখিমী চপাই মাঘ-বিহু পাতিলে। বিহুৰ পেঁপাই, ঢোল-দগৰৰ মন কিবা কৰা ছেৱে আৰু মাঘৰ উলাহ লগা বতৰে ডেকা-গাভৰুৰ মন কমোৱা তুলা কৰিলে। খামুচীয়া কঁকালৰ নাচনী ছোৱালীয়ে খোজে খোজে যৌৱনৰ ছন্দ ফুটাই তুলিলে। কোনোবা সেউতী-মালতীৰ কাবোবাৰ সৌৰৰণত বুকু চম-চমালে। অভাৱৰপৰা সাময়িক মুক্তি পাই বুঢ়া আদহীয়া ভক্তি-ৰসেৰে গদ-গদ হ'ল। ভোগালীয়ে-কঙালী সতিনীয়েকক আপোন উদাৰতাৰে ক্ষমা কৰিলে।

সোণাইৰ ওপৰেদি ঠায়ে ঠায়ে বাঁহৰ দলং হ'ল। ইপাৰ সিপাৰ এক হৈ পৰিল। দেওৰা, পাভচিলা আৰু বিহুমন পথাৰত ম'হৰ যুঁজ হ'ল। বাওধান-শালিধানৰ দীঘল দীঘল নৰাই হালধীয়া আৰু উকণ্ডা উকণ্ডা কৰা বহল বহল পথাৰবোৰ লোক-সমাগমে ফুলাম কৰি তুলিলে। লগে লগে আৰম্ভ হ'ল ভোটৰ যুঁজ। এইবাৰ ভোট দি চিলঙলৈ কাক পঠোৱা হ'ব? ভোটটো কথা বেচি খোৱা উকীলক দিয়া হ'ব নে, সকলোপৰা ভাল দৰে জনা একে

অকলৰ মানুহ এটাক দিব? 'অমুক'ক দিলে কিন্তু চিপঙত ইংৰাজী ক'ব নোৱাৰিব আৰু 'তমুক'ক দিলে ইংৰাজীৰে আঁখে কটাব, যদিও সি হ'লে পাছত আমাৰ ফালে ঘুৰিয়েই নেচাব। পিছে বাৰে বাৰে ভোট দি নো আমাৰ কি হৈছে? ভেকুলীৰ পিঠিত সতকাই নোম নগজে। আনে আমাক ভৰাব নোৱাৰে। এৰা,—দকৈ ভৰা একোজনে অভিমত দিয়ে,—'লঙ্কালৈ যি যায় সিয়ে ৰাক্ষস হয়।'···

মাঘৰ পহিলা ছোৱাতে ৰবদৈচিলাৰ দৰে হুৰমুৰ কৰে সোমাই আহিছে ভোটৰ পৰ্ব। আজিবোৰত যেন ধুনীয়া ধুনীয়া মটৰৰ শোভাযাত্ৰাহে আৰম্ভ হৈছে। সোণাইৰ সিপাৰতো খৰালিৰ ৰ'দে শুকুৱাই ৰখা গোবাটেও চহৰত সুখত উঠা মানুহৰ সুকোমল পদ-যুগলৰ পৰশ পাইছে। এই ধুনীয়া ধুনীয়া মানুহবোৰে সভা-সমিতি পাতি ধুনীয়া ধুনীয়া কথা কোৱা হৈছে। সোণাইৰ পাৰলৈ অকাল বসন্ত আহিছে। সোণাইপৰীয়াই এই নতুন বৈচিত্ৰ্য আদৰি লৈছে। কোনোবা ভোল গৈছে। কোনোবাই মুখৰ খজুৱতি মাৰিবলৈ ছল পাইছে আৰু বহুতে সোণালী সপোন দেখিছে।

এনে এটা দিনতে, মাঘৰ চাৰি দিন যোৱাত সেই মানুহজন ভাগৰামৰ চৌতালত থিয় দিলেহি। সি তেখেতক আথে-বেথে ভিতৰলৈ মাতি বহিবলৈ দিলে। তেখেত এলা-পেচা মানুহ নহয়। তেখেত হ'ল চহৰৰ বিখ্যাত উকীল সুবোধ শইকীয়া। দেশখনত তেখেতৰ নিচিনা আৰু তেখেতৰ নাম নুশুনা মানুহ নাই। তেখেতৰ ক্ষমতাও বজাৰ ক্ষমতাই। তেখেতৰ কোপদৃষ্টিত চহৰৰ বৰ বৰ মানুহেও ত্ৰাহি মধুসূদন দেখে আৰু কৃপাদৃষ্টিত কোনোবা গেৰেলা-মেদেলা গৰেশ্বৰ মহেশ্বৰ হয়।

সুবোধ শইকীয়া চকীখনত বহিল। ঠাৰি বহল বিত-চকুযোৰ খুলি ৰুমালেৰে মচি মচি ক'লে, "তোমাৰ নামেই ভোগৰাম নহয়?"

ভোগৰামে ভাৱভিৰে ক'লে, "হয় চাৰ।"

তেখেতে বিত-চকুযোৰ পিন্ধি ল'লে আৰু ক'লে, "এৰা, তোমাৰ

নাম জানেমান দিনবণৰাই শুনি আছোঁ। মানুহটো আজিহে দেখা পালোঁ।"

ভোগৰামৰ বৰ ভাল লাগিল। দাৰিদ্ৰ্যই তাক ইমান জুকলা কৰিছে যে ডাঙৰ মানুহৰ এবাৰ কথাতে যেন বহুত আশাৰ কাৰণ দেখা পাইছে। পৰিয়ালৰ চিন্তা আৰু হতাশাই তাক ইমান জুকলা কৰিছে যে সি নিজত্ব পাহৰি গৈছে। আজি-কালি সি সকল জীৱনৰ মানুহক শ্ৰদ্ধা কৰা হৈছে, ধনীক সকলোৰে গৰাকী বুলি ভাবিছে আৰু তাৰ দৰে দুখীয়াবোৰক নিজে দুখীয়া হৈয়ো অন্তৰেৰে ঘৃণা কৰা হৈছে। লগে লগে আপোন ব্যক্তিত্ব হেৰুৱাই পেলাইছে।

"তোমাৰ লগত মই আজি বিশেষ কথা পাতিব খোজোঁ ভোগৰাম। মই মাথোন এই কাৰণেই আজি আহিছোঁ।"

শুনি ভোগৰামৰ মনটো থৌকি-বাথৌ লাগি গ'ল। সি নম্ৰভাৱে হাঁহি ক'লে, "মইনো ইমানৰ লায়কৰ নে চাৰ ?"

"তুমি লায়ক-অলায়ক হয় নে নহয়, এই কথা তুমি বেছি বুজা। মই কিন্তু তোমাক তাতোকৈ ওপৰত ঠাই দিওঁ। বিয়াল্লিশৰ আন্দোলনৰ সময়ত এই অঞ্চলৰ কথা ওলালেই পোনতে তোমাৰ নামটোৱেই মনত পৰে।"

বিয়াল্লিশত ভোগৰামৰ বাপেক জীয়াই আছিল। সি তেতিয়া মুকলিমুৰীয়া আছিল আৰু ভলাণ্টিয়াৰ হৈছিল। শোভাযাত্ৰাত সি আগৰণুৱা আছিল। গাৱেঁ গাৱেঁ গৈ, সি কলত তৈয়াৰ কৰা কাপোৰ আৰু বিদেশী কাপোৰ পুৰি ফুৰিছিল। বিদেশী কাপোৰ বৰ্জন কৰিব লাগে বুলি সোণাইপৰীয়া বাইজক সি বুজাই ফুৰিছিল। কিন্তু কালৰ গতি এনেকুৱা হ'ল যে সিয়েইহে পাছত কলত তৈয়াৰ কৰা কাপোৰৰ ব্যৱসায় কৰিবলগীয়া হ'ল। চাব্ ডেপুটি অফিচৰ গেইটৰ আগত শুই, সি আৰু বহুতে 'পিকেটিং' কৰিছিল। সেইটো অফিচতে জাতীয় পতাকা উৰুৱাবলৈ গৈ সি আৰু লগৰবোৰে পুলিচৰ মুখামুখি হৈছিল। সি বাওঁসিত বেয়নেটৰ খোঁচ খাইছিল। এতিয়াও জখমৰ দাগ তাৰ গাত আছে। আহত অৱস্থাতেই সি গ্ৰেপ্তাৰ

হৈছিল। জেলতেই তাৰ চিকিৎসা হৈছিল। সি ছমাহ জেল-ভাত খাইছিল। সুবোধ শইকীয়াই কোৱাতহে আজি তাৰ এইবোৰ কথা আন এটা মানুহৰ কথাৰ দৰেহে মনত পৰিল।

শইকীয়াই ক'লে, "তুমি এইবাৰ মোক সহায় কৰিব লাগিব। মই জানো, এই অঞ্চলৰ মানুহে তোমাৰ কথা শুনিব। মই এইবাৰ এই অঞ্চলৰপৰা ভোটত উঠিছোঁ।"

শইকীয়া বৰ চালাক মানুহ। তেখেতে আক ভাবিলে যে ভোগৰাম বেপাৰ কৰি ফুৰা মানুহ কাৰণে সোণাইপৰীয়া গাওঁৰ প্ৰায়বোৰ মানুহে তাক চিনি পায় আৰু সিয়ো কোন কেনেকুৱা মানুহ ভালকৈ চিনে। সেই কাৰণেই এনে এটা মানুহ তেখেতৰ হাতত থকা ভাল। তদুপৰি, বিয়াল্লিশত তাৰ ভাল 'ৰেকৰ্ড' আছেই। তাৰ মুখত দেশৰ হকে কোৱা কথাবোৰ বেছি কামত আহিব। ভোট পৰ্বত এনে মানুহো ধনকুবেৰ ব্ৰিজমোহন নন্দলালৰ দৰে তাওৰ সহায় হ'ব পাৰে।

ভোগৰামে শইকীয়াৰ প্ৰস্তাৱটো শুনি সামান্য আপত্তি কৰি চালে। সি ক'লে যে কোনোপধ্যে সি ঘৰখনৰ জোৰা মাৰিব পৰা নাই। এইবোৰ চিন্তাই তাক খুলি খুলি খাইছে। এনে-স্থলত ৰাজহুৱা কামত ঘুৰিবলৈ তাৰ মনো নাই, হাবিলাষো নাই। ঘৰুৱা লেঠাই তাৰ থৰ-কাছুটি বান্ধ কৰিছে।

এটা কূটনৈতিক হাঁহিৰে শইকীয়াই ভোগৰামৰ কথাটো তল পেলালে। নিজৰ ক্ষমতাটো সযত্নে লুকুৱাইয়ো তেখেতে তাক ভালেখিনি উপকাৰ কৰিব পৰাৰ ইংগিত দিলে। চতুৰ ভোগৰামে বুজিব পাৰিলে।

পাছদিনা পুৱাই আকৌ শইকীয়া আহিল। এইবাৰ দুয়োৰে খোলোচাভাৱে আলোচনা হৈ গ'ল। শইকীয়াই ক'লে যে আজি-কালি 'উইভিং ল'ন' বুলি এবিধ ধাৰ দিয়াৰ নিয়ম হৈছে। ভোগৰামৰ ঘৰত তিনিজনী মাইকী মানুহ আছে যেতিয়া তেৰ-হাজাৰ টকা অচিৰে পাব পাৰিব। এই ধাৰ সোনকালে পৰিশোধো কৰিব

নেলাগে। সেই বহুৰমানলৈ এনেয়ে পোৱাৰ নবেই। শইকীয়াই সোনকালেই এই ধাৰ মঞ্জুৰ কৰাব। তেতিয়া হ'লে ভোগৰামে আৰু যোজকাৰৰ চিন্তা কৰিব নলগীয়া হ'ব।

শইকীয়া সদয় হোৱা শুনি ভোগৰামে হাততে সৰগ ঢুকি পালে।

পাছদিনা সন্ধিয়া সুবোধ শইকীয়া আকৌ ওলালহি আৰু জনালে যে দুহেজাৰ টকাৰ 'উইভিং ল'ন' মঞ্জুৰ হৈছে। মাহৰ ভিতৰতে সুজলা আৰু ভকৰ নামত টকাখিনি পোৱা যাব।

ইয়াকে জনাই তেওঁ ড্ৰাইভাৰটোক মাত দিলে। ড্ৰাইভাৰটোৱেও জীপৰ ভিতৰৰপৰা নতুন চিকচিকীয়া চাইকেল এখন ঘৰৰ ভিতৰলৈ সুমুৱালে। সুবোধ শইকীয়াই ক'লে, "ভোগৰাম, এইখন চাইকেল তোমাক দিলোঁ। তেতিয়াহে তোমাৰ ঘুৰিবলৈ সুবিধা হ'ব। তুমি যাৰ লগ ল'বা, সিহঁতকো যদি চাইকেল লাগে, জনাবা। ড্ৰাইভাৰ, লিক্‌লেট আদি লৈ আহগৈচোন।"

ড্ৰাইভাৰে বৰ বৰ হৰফত ছপোৱা কাগজ কিছুমান আৰু এজাপমান সৰু সৰু "গোহাৰি-জাতীয়" ছপা পাত শইকীয়াৰ আগত থ'লে। শইকীয়াই এইবোৰ ভোগৰামক গটাই দি ক'লে, "তুমি কেনভাচ্ কৰাৰ সময়ত আৰু এটা বিশেষ কথা ক'ব লাগিব। ক'বা যে সোণাইৰ পাৰলৈকে শিলগুটিৰ ৰাস্তাটো মোৰ চেষ্টাতে হৈছে। চাৰ্ভিচ বাছৰ লাইনটোও ময়ে মঞ্জুৰ কৰাইছিলোঁ।"

এই কথা শুনা মাত্ৰকে ভোগৰামৰ গাটো ৰম্‌ৰম্‌কৈ পুৰিবলৈ ধৰিলে। তাৰ চকু দুটা হঠাতে ডাঙৰ হৈ পৰিল। আক্ৰোশত কাণ দুখন ৰঙা পৰিল। শিলগুটি দিয়া আলিটোৱেই তাৰ সৰ্বনাশৰ মূল হ'ল,—এই কথাৰ আদ্যোপান্ত সি খুব আৱেগেৰে শইকীয়াক ক'লে। শইকীয়াই ধৈৰ্য্যৰে বক্তৃতা শুনাৰ দৰে শুনি গ'ল। ক'লে, "হেজাৰ হেজাৰ টকাৰে সজা আলিটো যে হৈছে, এইটো সঁচা কথা। তোমাৰ অপ্ৰিয় হ'লেও সঁচা কথাটো কোৱাত আপত্তি কি?"

"আৰু নধৰিব চাৰ। এইটো আলিয়েই মোক দেউলীয়া

কৰিছে আৰু এইটো আজি হোৱাৰ কাৰণেই এদিন সোণাইপৰীয়া মানুহৰ সুখ-শান্তি নাইকিয়া কৰিব।"

"তুমি বৰ হোজা হৈ আছা ভোগৰাম। আচল অৱস্থা আৰু সময়ক তুমি কেতিয়াও আওহেলা কৰা অনুচিত। মানুহে সময় বুজি নতুন বেশ বিচাৰি উলিয়াই ল'ব লাগে।"

শইকীয়াই আৰু কিবাকিবি ক'লে। প্ৰবীণ উকিলৰ যুক্তিত ভোগৰাম ভোল গ'ল। সি শইকীয়াৰ ওচৰত সেও মানিলে। পাছ-দিনাৰপৰাই ভোগৰামে সম্পূৰ্ণ নতুন ভূমিকা গ্ৰহণ কৰিলে। সোণাইপৰীয়া মানুহৰ যোগেদি আকৌ সি নতুন আশাৰ জিলিকিনি দেখা পালে।

॥ দহ ॥

সোণাইৰ পাৰত 'ক'-ৰ চুকটো চিনি নোপোৱা মানুহৰ সংখ্যা সৰহ। এইবোৰ মানুহক বিশ্বাস সুমুৱাই কথা ক'বলৈকো সহজ। মেল-মিটিং বহিল। ভিন ভিন দলৰ মানুহে সোণাইপৰীয়াক ভিন ভিন কথা ক'লেহি। ভোট পাবৰ কাৰণে কোন উপযুক্ত, কোনো দেশৰ উন্নতিৰ হকে বেছি কাম কৰিব,—এইবোৰ সাঁথৰ হৈ পৰিল। হোজা মানুহক বাবে-কুৰি কথা কৈ মন ভুলাই পেলালে। সোণাইপৰীয়াই 'ৰাজনীতি' নুবুজে। এসময়ত, 'গান্ধী ৰজা' থকাৰ সময়ত বুজিছিল। এতিয়া সিহঁতৰ অৱস্থা দিনে দিনে বেয়াৰ ফালে চাল লৈছে, যদিও তাৰ কাৰণে দোষ দিছে নিজৰ অদৃষ্টক।

চিলঙৰ সভাঘৰৰ কাৰণে তিনিজন মানুহ উঠিছে। বাকী দুজন হ'ল সঞ্জীৱ বৰুৱা আৰু লোকনাথ তামুলী। সঞ্জীৱ বৰুৱাৰ দলৰ মানুহো বহুত বেছি। তেওঁ বিয়াল্লিশৰ আন্দোলনত এই অঞ্চলত বহুত কাম কৰিছিল। তেওঁক ধৰাই দিবৰ কাৰণে বৃটিছ চৰকাৰে দহ হেজাৰ টকা ঘোষণা কৰিছিল। সোণাই পাৰৰ গাওঁবোৰত আত্মগোপন কৰি থকাৰ সময়ত গাৱঁৰ মুখিয়াল মানুহবোৰৰ লগত

তেওঁৰ মেহ আপোন-ভাব হৈছিল। এতিয়াও এই অঞ্চলৰ মানুহে তেওঁক ভাল পায়। তেওঁ ঘনাই ঘনাই গাৱঁলৈ আহে। বান-পানী আৰু মাৰি-মৰকৰ সময়ত তেওঁ মানুহৰ কথাৰ লাখুটি।

ভোটৰ চাৰি দিনৰ আগত দেখা গ'ল যে আচল প্ৰতিযোগিতা সুবোধ শইকীয়া আৰু সঞ্জীৱ বৰুৱাৰ মাজতহে হ'ব। সঞ্জীৱ বৰুৱাৰ মানুহে কৈ ফুৰিছে, "ৰাইজ, এইবাৰ আপোনালোকৰ ভোটৰ বলতে চৰকাৰ বদলি হ'ব। আপোনালোকৰ দুখ গুচিব। সুবোধ শইকীয়াক ভোট দি আপোনালোকে ভুল নকৰিব। মিটিং কৰি শইকীয়াই জেল খাটিছিল। জেলতো হেনো ঘিউ-মাখন খাবলৈ পাইছিল। কিন্তু আমাৰ সঞ্জীৱ বৰুৱাই (?) বুটিছ সিংহয়ো যাক ধৰিব নোৱাৰিলে, সেই জন .... ..."

সুবোধ শইকীয়াৰ মানুহে বুজালে, "ৰাইজ, শইকীয়া ডাঙৰীয়া এইবাৰ উঠিব পাৰিলে মন্ত্ৰী হ'ব। তেতিয়া আৰু আমাৰ সোণাই-পৰীয়াৰ দুখ নৰ'ব। মথাউৰি হ'ব, দলং হ'ব, স্কুল ঘৰ হ'ব। সোণাইপৰীয়া মানুহে ভাল ভাল চাকৰি পাব। কিন্তু সঞ্জীৱ বৰুৱাই নিশকতীয়া পাৰ্টি এটাৰ মেম্বৰ হৈ কি কৰিব? চিৰদিনত নিজৰ বানচটো লৈ বহি থাকিব।......"

এই পাঁচ বছৰ সোণাইপৰীয়া গাওঁ দুখীয়া আছিল যদিও মানুহৰ মাজত একতা আছিল। বামুণে লালুঙক হেয়জ্ঞান নকৰিছিল। খলপীয়া-পাভচিলাৰ মৈমনচিঙীয়াখিনি সুকীয়া ধৰ্মৰ বুলি এতিয়াহে মানুহৰ মগজুত সোমাল। কলিতা জাতিৰো যে পানী কলিতা, নট কলিতা, কুমাৰ কলিতা, সোণাৰি কলিতা আদি সুকীয়া সুকীয়া স্তৰ আছে,—এতিয়াহে বহুতে গম পালে।

ভোগৰাম ভোটৰ যুঁজত সক্ৰিয়ভাৱে নামি গ'ল। মুখত ঘিউ-মৌ সানি কথা কৈ ফুৰা হ'ল। তাৰ এতিয়া বহুত ক্ষমতা। সুবোধ শইকীয়াই তাক এই কেইদিনৰ কাৰণে এখন জীপ গাড়ী দিছে। তাৰ তলত ভালেমান 'কেনভাচাৰে' খাটে। সিহঁতক সি শইকীয়াৰ-পৰা একোখন চাইকেল অনাই দিছে, হাত-খৰচ দিছে; কেনেকৈ

মানুহক বুজাৰ লাগে শিকাই দিছে। উত্তৰ-পাবলৈ মটৰ নেথাৰ কাৰণে তাত বেছি সময় খৰচ হৈছে। সি খাবলৈ-বৰলৈ সময় পোৱা নাই। তথাপি এইবোৰত ঘূৰি তাৰ নিচা বহিছে।

সোণাইপৰীয়া গাঁৱে দেওধাই নাচিছে। অকাল বসন্তই আলিত ধূলি-বালি প্ৰাণময় কৰি তুলিছে। কাম-বন নকৰা ধোদৰ পচলা, টেৰীয়াকৈ পোন্ধ মাৰি ঘূৰি ঘূৰি ডেকা কিছুমানে যেন গণতান্ত্ৰিক আধিকাৰ এইবাৰহে ভালকৈ বুজি পাইছে। চহৰৰ চোৰাং বেপাৰীয়ে জাতীয় স্বাৰ্থৰ বক্তৃতা দিছে, সুবোধ শইকীয়াৰ নৈতিক মানদণ্ডৰ কথা কৈছে। ইয়ালৈ আহি স্বাৰ্থান্ধ বণিকে বদান্যতাৰ অসামান্য নমুনা দেখুৱাইছে। শ্বাইলকৰূপী ধনী বেপাৰীয়ে ধনৰ কঠিন গাঁঠি খুলিছে। গপতে গম্ভাটোপ মানুহেও ধৰণীৰ ধূলি-মাকতিৰ লেতেৰা পৰশ পোৱা অখ্যাত মানুহক 'চাটু-বাক্যেৰে ভোল নিয়াইছে।

ভোগৰামৰ দলে জলমৈ গাওঁ, ৰাইডিঙীয়া আৰু চাবুকখৰাত মানুহৰ মন ঘূৰাই দিছে। কিন্তু পাভচিপা, কুঁজী আৰু বৰবৰিতহে কথা বিষম। ধনঞ্জয় এইবোৰ অঞ্চলত বৰ প্ৰতাপী। এইবোৰ মানুহে তাৰ বাহিৰে আনৰ কথা নুশুনে। সোণাইৰ উত্তৰ পাৰে সি দেৱতা। সি বেমাৰত সিহঁতক চিকিৎসা কৰে ; হস্কিলে-মস্কিলে সহায় কৰে। সকলোকে সি সমান চকুৰে চায়। তাতকৈ আৰু সোণাইপৰীয়া মানুহে কি বিচাৰিব? ধনঞ্জয়ে এইবোৰ মানুহ গোট খুৱাই কৈছে,—"মনত ৰাখিব ৰাইজ, চকুচকীয়া, মানেই সোণ নহয়। আমি এনে এজন মানুহক বাছিব লাগিব যি নিজকে ৰাইজৰে এজন বুলি ভাবে আৰু ৰাইজৰ দুখক নিজৰ দুখ বুলি ভাবে। যি-কেইজন মানুহ উঠিছে তাৰ ভিতৰত সঞ্জীৱ বৰুৱাই লায়ক মানুহ। তেওঁৰ উদ্দেশ্যও সজ, উপায়ো সজ। শইকীয়াৰ উদ্দেশ্য হয়তো সজ হ'ব পাৰে, কিন্তু উপায় সজ নহয়। তেনে মানুহে দেশৰ উপকাৰ কৰিব নোৱাৰে।......"

ৰাইজে হয়তব দিয়ে। সামান্য এটা পৰগনীয়া ল'বাৰ এবাৰ

কথাতে মানুহে এক-গোট হৈ পৰে। প্ৰবল প্ৰতাপী সুবোধ শইকীয়াই প্ৰমাদ গণে। ভোগবামৰ মনত ধুমুহা তোলে। সি ভাবে, মানুহ বুজা বৰ টান। অৱশেষত ধনঞ্জয়েও তাৰ শত্ৰুতা কৰিলে? নিজৰ ভায়েকৰ দৰে তাক মৰম কৰিছিল, বৰ ঘৰত পীৰা পাৰি জলপান খুৱাইছিল। এতিয়া আকৌ সিয়েই ভোগবামৰ আগত কালান্তক মূৰ্তি ধৰিলে। ভোগবামৰ ভোটৰ জৰিয়তে গঢ়ি উঠা ভৱিষ্যতটো কেৱল ধনঞ্জয়ৰ কাৰণেই মষিমূৰ হ'ব? এবা, পৰগনীয়াৰ সঞ্জাত নাই। কেও-কিছু নথকা মানুহবোৰ বৰ জটিল।

সুবোধ শইকীয়াও পাভচিলালৈ গৈছিল। তেখেত যাব কাৰণে ভোমৰামে এখন মিটিঙো গোটাব নোৱাৰিলে। গাৱঁৰ ডেকাবোৰে হেনো শইকীয়া আৰু ভোগৰামক উপলুঙা কৰিলে। শইকীয়াৰ ধনঞ্জয়লৈ আক্ৰোশ হ'ল। কিন্তু ঢোঁৰা সাপৰ দৰে ফোঁচ্‌ফোঁচনিও তুলিব নোৱাৰিলে। এইটো যে তেখেতৰ ৰাইজৰ চৰণৰ ধূলা ল'বৰ সময়! তেখেতে মনত বিষ আৰু মুখত অমৃত সানি ধনঞ্জয়ক নিজৰ ফালে টানিবলৈ চেষ্টা কৰিও বিফল হ'ল। ধনঞ্জয়ে হেনো তেওঁক কৈছিল, "যাকে তাকে কিনিব নোৱাৰি শইকীয়া! আপোনাক বশ কৰিছে ক্ষমতাৰ মোহে! আপুনি আমাৰ ইয়াত পাপ সুমুৱাইছেহি।"

কথাটো হয়। দুদিনৰ আগতে সি ম'ৰাপুৰৰ ফালে গৈছিল। এজাক ল'ৰাই তাক আগুৰি ধৰিছিল। সিহঁতে অৱাইচ্‌ মাতেৰে তাক গালি পাৰিবলৈও কুণ্ঠিত নহৈছিল। এটাই তাৰ কামিজত খামুচি ধৰিবলৈও সাহ কৰিছিল। অথচ এইবোৰ ল'ৰাবে মাক-বাপেকৰ মানত ধনঞ্জয় নিজৰ ল'ৰাৰ দৰেই। সুবোধ শইকীয়াৰপৰা টকা লৈ এইবোৰ ল'ৰা গুণ্ডা হৈছে। মাৰোৱাৰীয়ে দিয়া চিক্‌চিকীয়া চাইকেলত উঠি গুৰু-গোসাঁই নমনা হৈছে। মদ খাইছে, পইচা হজম কৰিবলৈ শিকিছে। সুবোধ শইকীয়াই বিবেকক বনবাসী কৰিছে। ভোগবামৰ দৰে বহুত ভাল মানুহ অমানুহ হৈছে। সোণাইৰ পাৰত পাপ সোমাইছে।

নিৰ্বাচনৰ আগ দিনা পাভচিচাত ভাওৰ হুলস্থুল এটা হৈ গ'ল। মাইনৰ স্কুলখনৰ আগত এজোপা আঁহত গছ আছে। ইয়াৰ কাষতেই চুপৰীয়া-গধূলি গঞ্জাই গোট খাই সুখৰ-দুখৰ কথা পাতে। আঁহত গছৰ গাত হৰেক ৰকমৰ নিৰ্বাচনী ইস্তাহাৰ,—"......জয়েই ৰাইজৰ জয়" ; "......ক ভোট দি নিশ্চিন্ত হওক,"—"......ক দিয়ক ভোট। ৰাইজে সলাওক মোট॥......বাকচ হ'ল কল্পতৰু। ৰাইজৰ গুচিব ৰৰ-সৰু॥"—ইত্যাদি। তাতে পুৱা ভোগৰামে ডাঙৰ গোহাৰি এখন আঁৰি দিলে। ওচৰতে ডেকা ল'ৰা কেইটামান থিয় দি আছিল। সিহঁত বাজি উঠিল। গোহাৰিখন ফালি পেলালে। লগে লগে ভোগৰামৰ লগৰ কেইটা ভোগৰামৰ ওচৰ পালেহি। দুই দলৰ মাজত হুতা-হুতি লাগিল। ভুকু-ঘোচা, আৰু চৰ-লাঠীৰ পাছত ইটা দলিওৰ্বা-দলি আৰম্ভ হ'ল। এনেতে ক'ৰবাৰ পৰা ধনঞ্জয় আহি ওলালহি। খন্তেকতে স্থানীয় পক্ষ ক্ষান্ত হ'ল। ভোগৰামৰ পক্ষৰ মানুহৰ মুখ কেইখন চলি থাকিল। ধনঞ্জয়ে লক্ষ্য কৰিলে, ভোগৰামৰ চুৰিয়া-চোলা ফাটি ছিৰলা-ছিৰলি হৈছে। দাঁতেদি তেজ ওলাইছে। সি পাভচিলাৰ ডেকা কেইটাক কৰ্কৰ্থনা কৰিলে। সিহঁত নিমিষেত শান্ত হৈ পৰিল। এটাই মাথোন ক'লে, "ইহঁতক এই দুদিন সোপাই পাৰ হ'ব নোৱাৰা ব্যৱস্থা কৰিছোঁ। নাৰৰীয়া কেইটাক কৈছোঁ, ইহঁতক কোনেও যাতে পাৰ নকৰে। ইহঁত ইয়াতে খৰলি পিটি থাওক।"

ধনঞ্জয়ে তাৰ কথা মুশুনা ভাও জুৰি খংমুৰা হৈ ৰ'ল। সি চিন্তিত হৈ পৰিল। এই উতনুৱা ডেকা কেইটাৰপৰা আপদহে বাঢ়িছে। ইহঁতে যদি এনেকৈ মৰা-ধৰা কৰে সঞ্জীৱ বৰুৱাৰ অপকাৰ কৰাহে হ'ব। সি পোনতে দূৰৈত ল্যাং খাই পৰি থকা চাইকেল কেইখনৰ ওচৰলৈ গ'ল। এই কেইখন চাইকেল ভোগৰামৰ দলটোৰ। সি এখন এখনকৈ চাইকেল কেইখন তোলাৰ সময়ত গম পালে যে পাভচিলাৰ ডেকা কেইটাই 'পাম' খুলি থৈছে। এখনৰ 'চেভোল'-খনেই নাই। সি লাহে লাহে ভোগৰামৰ ওচৰলৈ আহি ক'লে,

"ককাইদেউ, মোক ক্ষমা কৰক। মই থকা ঠাইতে যে এইবোৰ হ'বলৈ পালে, তাৰ বাবে..."

ভোগৰামৰ গা জ্বলি উঠিল। সিও সহি থকা ভকত নহয়। ক'লে, "চালা, নিলাজৰ সঁচ, এতিয়া লেবেলা সাদৰ দেখুৱাবলৈ আহিছ ? তয়ে সিহঁতক উচটাই দি এতিয়া ধৰ্মপুত্ৰ যুধিষ্ঠিৰ হৈছ। দেখিম তোক। মই যদি ভোগৰাম হওঁ, ইয়াৰ পোতক তুলিম।"

ধনঞ্জয়ে খং নেদেখুৱালে। আন এজন মানুহক কোৱাৰ দৰে ক'লে যে এই মাত্ৰ গৈ দলংঘাটত থকা সুধনা নাৱৰীয়াক সি ক'বগৈ, সি যাতে সিহঁতক পাৰ কৰি দিয়ে। ইমানতো ভোগৰামৰ ধনঞ্জয়ৰ প্ৰতি ভাল ভাব নহ'ল। কাৰণ, ঘাটুৱৈক বেছি টকা দি নাও বাবলৈ বাধ্য কৰিব পাৰে বুলি তাৰ বিশ্বাস আছে।

আবেলি আকৌ ধনঞ্জয়ৰ দলংঘাটত ভোগৰামৰ সৈতে ভেটা-ভেটি হ'ল। সি আগেয়েই মাত লগালে। ভোগৰামৰ অলপ মন কুমলিল হ'বলা। সি ক'লে, "সঞ্জীৱৰ হৈ খাটি তোমাৰ কি লাভ হ'ব ?" ধনঞ্জয়ে বিনীতভাৱে ক'লে, "মানুহে সকলো কাম লাভ-লোকচানৰ কাৰণেই নকৰে। মই এটা বিশেষ নীতি মানি চলা মানুহক শ্ৰদ্ধা কৰোঁ। সেই কাৰণেই ভাবোঁ, সঞ্জীৱ বৰুৱাৰ দৰে মানুহ প্ৰতিনিধি হ'লেহে গণতন্ত্ৰই গা কৰিব পাৰিব।"

গণতন্ত্ৰ শব্দটো ভোগৰামৰ কাণত অচিন সুৰেৰে বাজি উঠিল। সি ধনঞ্জয়ৰ লগত আৰু কথা নেপাতিলে। সেই দিনা সন্ধিয়া সি কেইখনমান গাৱঁত মদ খাবৰ কাৰণে ভালেখিনি টকা দি আহিলগৈ। বৰমূৰীয়া দুটামানক টকা দি নিজৰ ফলীয়া কৰিলে। দুখন গাৱঁত সুবোধ শইকীয়াৰ নিৰ্দেশমতে ঘৰেপতি একুৰিকৈ টকা বিলাই দিলে। দেওবা আৰু কুঁজীৰ যি দুটা এজেণ্ট সঞ্জীৱ বৰুৱাই যোগাৰ কৰিছিল, সিহঁতো গাইপতি তিনিশকৈ টকা পাই—ঘূৰি গ'ল। বাস্তিটোৰ ভিতৰতে নিৰ্বাচনৰ আগলি-বতৰা সলনি হৈ গ'ল।

নিৰ্বাচন হৈ গ'ল। সুবোধ শইকীয়া এবাৰ-শ উনপঞ্চাশটা

ভোটত জিকিল। সোণাইৰ পাৰৰ দলদোপ-হেন্দোলদোপ মাৰ গ'ল। আগৰ অৱস্থা ঘূৰি আহিল, যদিও সোণাইপৰীয়া মানুহ পূৰ্বতকৈ জটিল হ'ল। স্বাৰ্থপৰ হ'ল। কাম কৰাতকৈ বক্তৃতা দিয়াৰ দৰে গা উচালি কথা ক'বলৈহে ভাল পোৱা হ'ল। বাইজৰ অজ্ঞতাক মূলধন কৰি এক শ্ৰেণী ভোগৰামৰ উদ্ভৱ হ'ল। মাথোঁ এপষৰ ছেগ এটা খামুচি ধৰিয়েই বটুৱা চাইকেল টানি ফুৰা নিছলা ভোগৰাম ডাঙৰ মানুহ হ'ল। সুবোধ শইকীয়াই নিৰ্বাচনত খৰচ কৰিবলৈ দিয়া টকাৰ আঠ-শ তাৰ জেপলৈ আহিল। ছুঠাইত ছুটা থিয়েটাৰ হলত দিবৰ কাৰণে সি শইকীয়াৰ পৰা এহেজাৰ টকা লৈছিল। সেইখিনি টকাও আত্মসাৎ কৰিলে।

ফাগুণ নৌ-পাওঁতেই ভোগৰামে বাৰ হেজাৰ টকাৰ ঠিকা এটা পালে। কাম আৰম্ভ কৰাৰ আগতেই ছহেজাৰ টকাৰ 'ৰাণিং বিল' মঞ্জুৰ হ'ল।

চকুৰ পচাৰতে ভোগৰাম গজগজীয়া হৈ বহিল। সোণাইপৰীয়া মানুহ হৈও এইখিনি কথা তাৰ মনলৈ নাহিল যে—সি নীতিক বিসৰ্জন দিছে, সি নিজক হেৰুৱাইছে।

সাধাৰণ নিৰ্বাচনৰ ফলাফলেও অভাগী বাসন্তীক চুই গ'ল। তাই বুজি পালে, ভোটৰ দিন কেইটাৰ ভিতৰতে ধনঞ্জয় আৰু ভোগৰামৰ অহি-নকুল সম্বন্ধ হ'ল।

বহাগত সোণাইৰ পাৰে পাৰে প্ৰকৃতিয়ে মহিমা চৰালে। সোণায়ে আকৌ যৌৱন পালে। পথাৰ-গাওঁ কৰ্মৰ ছন্দেৰে মহীয়ান হ'ল। সুৰদী সোণাইৰ পাৰ কুলি-কেতেকীৰ মধুৰ স্বৰে মৰম-বলিয়া কৰিলে। সোণাৰুৱে সোণৰ কেৰু পিন্ধিলে। আজাৰৰ পাত বেছি সেউজীয়া হ'ল। আজাৰ ফুলে সোণাইৰ পাৰ অমৰাৱতী কাৰ্নন কৰি তুলিলে। ধৰণী উতলা হ'ল। প্ৰকৃতি সৃষ্টিৰ ৰহস্যেৰে উৰ্বৰা হ'ল। কোনোবা নতুন বোৱাৰীৰ উৰ্বৰ দেহত মাতৃ হোৱাৰ চিন বিৰিঙিল। এই বহাগতে হয়তো কত গাভৰুৰ দেহ-মনৰ

মিল হ'ল। কেতেকীৰ মাতে হয়তো কত গাভৰুৰ মন উকণ্ঠা উকণ্ঠা কৰিলে।

কৃষকে মৌচুমীক আদৰিলে। নাঙলৰ সীৰলুত সীতাৰ সন্তেদ পালে। পলসুৱা মাটিত শইচ গজিল। বৰদৈচিলাৰ লগে লগে পুলি পুলি ধান-মৰাপাটৰ সেউজীয়া সমতল হাঁহি নাচি উঠিল। সোণাইপৰীয়াই ভৱিষ্যতৰ আজাৰ-বুলীয়া সপোন ৰচিলে।

বিহুৰ দিনা ঘাটৰপৰাই বাসন্তীয়ে শুনিলে,—

আৰ্চীৰ কেন্দুৰা গন সমনীয়া, আৰ্চীৰ কেন্দুৰা গন
ৰাখিব পাৰোঁ মই হাতত পানী চলু, ৰাখিব নোৱাৰোঁ মন।...

তাইৰ মন উজনি-ভাটী কৰিলে। ধনঞ্জয় যে তাইৰ ঘৰলৈ কেতিয়াও নাহে। সি হেনো ভোগৰামক অপমান কৰিছিল! ৰাতি তাই আৰু চিন্তাত পৰিল। চ'ৰাঘৰত ককায়েকে এটা মানুহক কোৱা তাই শুনিলে,—"পাভচিলাত সুবোধ চাৰক কোৱাই যদি এটা চৰকাৰী হাস্পাতাল পতাব পৰা হয়, তেতিয়া হ'লে আৰু সি ধনঞ্জয়ে কিহক ভাৰসা কৰি বৰ-মতা দেখুৱাব? হাস্পাতাললৈ ডাক্তৰ আহিলেই তাৰ হোমিওপেথিক ব্যৱসায় একে ফুতে উৰি যাব। যেনেকৈ এঠাইৰপৰা আহিছিল, তেনেকৈয়ে লাওলোৱা হৈ যাবগৈ লাগিব।......"

॥ এঘাৰ ॥

বহাগৰ মাজ ভাগতে ভোগৰামৰ ঠিকাৰ কাম শেষ হ'ল। হাতত টকা গোট খালে। তাৰ ব্যস্ততা কমিল। ঘৰ-দুৱাৰ কেইখন ভাল কৰিবলৈকো এতিয়া মেঘ-বৰষুণৰ দিনত এইবোৰ কাম কৰাৰ সময় নহয়। মাথোঁ ধৰমতুলৰপৰা শাল গছৰ খুঁটা দুগাড়ী আনিলেগৈ। বৰ ঘৰ আৰু চ'ৰাঘৰটো ভাঙি এটা ধুনীয়া বঙলা-ঘৰ সজাৰ আঁচনি ল'লে। খৰালি পৰিলেই এইবোৰ কামত সি হাত দিব বুলি ভাবিলে। তাৰ আৰু বিশেষ লেঠা নাই। ভনীয়েকক ভাল ল'ৰা এটাত গুজিব পাৰিলেই ৰক্ষা।

বাসন্তীয়ে বিহৰ আশংকা কৰি ইমান দিন চিন্তাত কাল কটাইছিল, অৱশেষত সেয়ে ঘটিবলৈ পালে। এদিন সি খণ্ডত একো নাই হৈ ঘৰ সোমালহি। মৈণীয়েকে কি হ'ল বুলি সোধাত সি আৰু খং দেখুৱালে।

"তৰু, শেষত মই তহঁতকো বিশ্বাস কৰিব নোৱাৰা হ'লোঁ? সিফালে আকৌ কৈ ফুৰ,—গাভৰু ছোৱালী আৰু গাখীৰ খুওৱা সাপে সমান!"

"কিয়নো ভোৰভোৰাই আছে, খুলি নকয় কিয়?"

"মই এইবোৰ কি শুনিছোঁ?"

"কি শুনিছোঁ?"

"শেষত গৈ বায়নৰ ঘৰৰ ছোৱালীক ফুচুলাবলৈ পৰগনীয়া এটায়ো ছল পালে আৰু তহঁতে চকু মুদি চাই থাকিলি? বুজিছোঁ, এয়া তহঁতৰ তিৰোতাৰ ভিতৰতে ফন্দী। চোৰে চোৰে পিতল বটা চাই আছ!"

"মই হ'লে একো বুজা নাই।"

"অঁ' বুজিও নুবুজা ভাও জুৰিবিয়েই। তিৰোতাৰ স্বভাৱেই এনেকুৱা। সি কুকুৰ ধনঞ্জয়ে মোৰ ভনীৰ লগত ঘাটত কথা পাতিলে, চম্পক মেধিয়ে সিপাৰৰপৰা দেখা পালে। হৰিশিঙা মণ্ডলে মাটি জুখিবলৈ আহি সিহঁতৰ কথাও শুনিলে, অথচ তয়েহে চকু জপাই কাণত ঠিলা দি থাকিলি? এস্. এনেজনী আজলী ঐ! কথাৰ যেন একো ভুকে নেপায়।"

"লোকৰ কথানো বিশ্বাস কৰে কিয়?"

"কথাৰ সঁচা-মিছা বাছি উলিয়াব নোৱাৰিবলৈ মোৰ মগজুত গোবৰ আছে নে কি? অঁ' পাৰোঁতেহে তই তাইৰ বিয়াৰ কাৰণে ওকালতি কৰিছিলি! ছোৱালীয়ে পীৰিতি কৰিব আৰু তোৰ বুঢ়ীজনীৰহে বুকুত শেলে বিন্ধাদি বিন্ধিব! কালৰো কাল বিপৰীত কাল, বোলে,—হৰিণাই চেলেকে বাঘৰ গাল!"

উত্তৰ কাটিবলৈকো তৰুলতাৰ মুখৰ মাত হৰিল। ৰাতিও সি

যেন কল্পনীৰ কপহে ল'লে। ল'ৰা-ছোৱালী কেইটাও জ্বৰতে তাপ খালে। বাসন্তীৰ ওবে নিশা টোপনি নহ'ল।

পুৱা সি মাকক সকলো কথাই ক'লে। মাকে কিন্তু তাক সমৰ্থন কৰিব নোৱাৰিলে। তেওঁৰ মনত পৰিল প্ৰায় ছকুবি বছৰৰ আগৰ কথা। ভোগৰামৰ বাপেকৰ লগত যে তেওঁৰ এদিন অকস্মাতে অদ্ভুত মোহ সোমাইছিল। বনৰ আজলী হৰিণীয়ে যে পোন প্ৰথম পুৱাৰ ৰাঙলী সূৰুয দেখা পাইছিল। অলপ দিনৰ ভিতৰতে ৰেখাময় বান্ধোনত তেওঁ নিজক ধৰা দিছিল। বুকুত মুখ গুজি আনন্দাশ্ৰু বোৱাই প্ৰাণৰ বহ্নি নুমাইছিল। এদিন সোণায়েদি সেই প্ৰথম পুৰুষজনৰ লগত মনে মনে গুচি আহিছিল আৰু সুখৰ সংসাৰ ৰচিছিল। সেই সময়ত সোণায়েও পীৰিতিৰ মোল বুজিছিল। মানুহেও তাৰ অকৃত্ৰিম মূল্য দিছিল। কিন্তু এতিয়াৰ দিনবোৰ যে কি হৈ পৰিল! পুতেকেও মাকৰ আগত ভনীয়েকে 'বদমাচি' কৰিছে বুলি ক'ব পাৰে। এতিয়াৰ প্ৰেমে আগৰ গভীৰতা হেৰুৱালে। এতিয়াৰ মানুহে প্ৰেমকো ছলনা বুলিয়েই ভাবি ল'লে।

তেওঁ ভাবি-চিন্তি পুতেকক ক'লে, "কিন্তু ধনঞ্জয়নো কি বেয়া ল'ৰা? তাৰ দৰে লায়ক ল'ৰা মোৰ চকুতেই পৰা নাই। সিহঁত দুটা যোৰো যোৰ পাভযোৰ হ'ব। ছোৱালীৰনো কি দোষ? এই বয়সত এনেকৈ মনৰ হৰক-তৰক হয়েই।"

"বৌ, তয়ো যদি এনেকৈ ক'ৰ, দেশখনৰ অৱস্থা কি হ'ব? মই ধনঞ্জয়ক হাড়ে-হিমজুৰে চিনোঁ। সি সাত ঘাটৰ সৈয়া। ছোৱালী-জনীক সি সৰ্বনাশ কৰিবলৈহে চাইছে। তদুপৰি বায়নৰ ঘৰৰ ছোৱালীজনীক তাৰ দৰে এটালৈ দিওঁ কেনেকৈ? সি এটা ওপঙি ফুৰা মানুহ। ক'ত ঘৰ, কি জাত, একো ঠিক নাই। নিজক বামুণ বুলি ক'লে কি হ'ব? পাভচিলাত খোপনি পিটালৈ চাই সিও লালুওহে হ'বলা। ছোৱালীজনীক দেখা-দেখিকৈ জুলাজুইত জাপি দিব নোৱাৰোঁ নহয়।"

মাক নিমাতে ৰ'ল। তেওঁ মাক যদিও কথা নবজে। "তিনিও

কালত নোহে নাৰী স্বতন্ত্ৰ।" প্ৰথম বয়স মাক-বাপেকৰ তলত, পাছত গিৰিয়েকৰ তত্বাৱধানত আৰু বুঢ়াকালত পুতেকৰ শাসনত চলিবই লাগিব। ভোগৰামৰ ইচ্ছাৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁৰ শকতি নাই। তদুপৰি সি যদি ভাল ল'ৰা এটা বিচাৰি উলিয়ায়, তেনেহ'লে কথাটো বৰ দকৈ ভাবিবলগীয়া নহয়। ধনঞ্জয়ে যদি এইক ফুচুলাবই চাইছিল, তেনেহ'লে সিহঁতৰ মাজত প্ৰকৃত প্ৰেম হোৱা নাছিল।

পাছ দিনা ঘৰত ভোগৰামে জনাই দিলে যে দৰা এটা বিচাৰি পাইছে। সি মণ্ডল কাম কৰে। বাপেক-মাক, ভায়েক-ভনীয়েকৰ সৈতে এখন সম্পূৰ্ণ ঘৰ আছে। গুৰি-গছও ভাল। শুধ কলিতা। ঘৰৰ অৱস্থাও ভাল। দুটাকৈ গুটি ভঁৰাল আছে। মাটি-বাৰীও ভালেখিনি আছে। বাপেকো কাননগু হৈ পেঞ্চন পোৱা মানুহ।

সি কোন হ'ব পাৰে নোকোৱাকৈয়ে সুজলা আৰু তৰুৱে বুজি পেলালে। কাননগুৰ পুতেক মণ্ডল বুলি ক'লেই সকলোৱে মথুৰা বুলিয়েই জানে। মথুৰাৰ ঘৰো হ'ল ম'ৰাপুৰৰপৰা প্ৰায় চাৰি মাইল নিলগতহে। সোণাইৰ এই পাৰেই। দৰঙিয়াল গাৰ্ত। শিলগুটি দিয়া আলিটো এইখন গাৰ্বো সোঁ-মাজেদিয়েই গৈছে। সোণাইখনো কাষতে। তালৈ ম'ৰাপুৰৰপৰা আলিয়েদিও যাব পাৰি, নাৱেৰেও যাব পাৰি।

আগৰ হোৱা হ'লে ভগীৰথ কাননগুৰ পুতেক মথুৰাই ভোগৰামৰ দৰে মানুহ এটাৰ ভনীয়েকক বিয়াই নকৰালেহেঁতেন। ভগীৰথো সম্ভ্ৰম-জ্ঞান থকা মানুহ। কিন্তু এতিয়া ভোগৰাম ধনী-মানী হৈছে। সেই কাৰণে তাৰ ঘৰৰ লগত সম্বন্ধ হোৱা মানে পৰিয়ালটো আৰু এখোপ ওপৰলৈ উঠা বুলিহে বিবেচনা কৰিলে। ভোগৰাম আজিকালি অহংকাৰী হৈ পৰিল। সি আজিকালি সন্মান-অসন্মানৰ কথা বৰকৈ বাছ-বিচাৰ কৰা হ'ল। কাননগুৰ ঘৰত সম্বন্ধ হোৱাৰ সম্ভাৱনা দেখি সি নিজকে ধন্য মানিলে। ভগীৰথ কাননগু

পূৰ্বৰেপৰা গুৰি শকত মানুহ। তেওঁৰ বাপেকৰ দিনত হেনো ঘৰত দুটাকৈ হাতী আছিল। তেওঁলোকৰ ঘৰখন এতিয়াও মানুহে 'হাতী-ধনী'ৰ ঘৰ বুলি কয়। ভোগৰামে বেপাৰ কৰি ফুৰাকালত তেওঁলোকৰ ঘৰৰ ভিতৰত সোমাবলৈকে ভয় কৰিছিল। এতিয়া কপালৰ বলত এনে দিন আহিল যে ভগীৰথে উপযাচিয়েই পুতেক মথুৰাৰ লগত ভনীয়েকৰ বিয়াৰ প্ৰস্তাৱ কৰিলে। ইয়াতকৈনো আৰু ডাঙৰ সন্মান কি হ'ব পাৰে?

পহিলা জেঠতে আঙঠি পিন্ধাবলৈ দৰা-ঘৰৰ মানুহ ওলালহি। মাক, ভনীয়েক আৰু বাপেক নিজে আহিছিল। দৰা নাহিল। তাক ভোগৰামে ছল কৰি বাসন্তীক দেখুৱালে। বাসন্তীয়ে উমানকে ধৰিব নোৱাৰিলে।

এওঁলোক আহি পোৱাৰ লগে লগে বাসন্তীৰ বুকুৱে ধান বানিবলৈ লাগিল। তাই কোনোপধ্যে পোছাক পিন্ধিব নোখোজে। মানুহৰ আগলৈ নেযাওঁ বুলি স্পষ্টভাৱে জনালে। মাকে ক'লে, "লাজ কৰিবলৈ কিটো আছে আই? মিছায়ে আমাক সন্তাপ দিয় কিয়?" তাই উত্তৰ কাটিলে, "সেই বুলি ছোৱালীৰ নিজৰ মত এটা নাই?" মাকে মুগুনা ভাও জুৰিলে।

নবৌয়েক তৰুৱেও কৈ চালে, "বাসন্তী, জীয়াৰী হ'লে ঘৰৰ হা-হুকুম মানি চলিবই লাগিব। মাৰৰ কথাই যদি মুশুন, তোক তুলি-ডালি ডাঙৰ-দীঘল কৰাৰ কি লাভ হ'ল? গাভৰু ছোৱালীয়ে এঘৰত বোৱাৰী হ'বলৈ পালে, পোনতে আপত্তি কৰি দেখুৱায়েই। সেই বুলি কোনজনী ছোৱালী ঘৰ-বুঢ়ী হৈছে? আমিও জানো এদিন ওপজা ঘৰখন এৰি এঘৰলৈ গুচি অহা নাছিলোঁ?"

বাসন্তী এইবাৰ বেছি নিৰাশ হ'ল। ক'লে, "নবৌ, তয়ো মোৰ মনৰ কথা নুবুজা হ'লি?" তৰুৱে সমিধান দিলে, "সেইবোৰ বয়সৰ দোষ বাসন্তী। সময়ে সময়ে জীয়াৰী ছোৱালীৰ মানুহ একোটা চকুত লাগেই। তোৰো যেনিবা কেইদিনমানলৈ মনটোত জেলুকনি বন্ধ গৈছিল। ইমানেহে।"

বাসন্তী ভাওৰ সমস্যাত পৰি গ'ল। তাই মাক, নবৌয়েক আৰু ককায়েকৰ সাদৰক নেওচা দিব নে সোণাইপৰীয়া মানুহে প্ৰকৃত পৰিচয় বুজি নোপোৱা কেও-কিছু নথকা ধনঞ্জয়ক আশা কৰি অনির্দিষ্ট কাললৈ বাট চাই থাকিব? আৰু বাট চাই থাকি তাই বাৰু নিজৰ অনিষ্ট কৰা হ'ব নে কি? সি কি সঁচাকৈয়ে তাইক ছলনা কৰি দেহৰ সোৱাদ ল'বলৈ বিচাৰিছিল?

অলপ পাছত যেতিয়া ককায়েকো তাইৰ ওচৰলৈ আহি ক'লেহি, "বাসন্তী, তই মোৰ শেষত সা-সন্মান ডুবাব খুজিছ? চা, আই, এবাৰ মোৰ মুখলৈ চাই ল।"—তেতিয়া বাসন্তীয়ে ঘৰৰ প্ৰতিটো প্ৰাণীৰ তাইৰ প্ৰতি যে মৰম আছে বুজি পালে, সিহঁতৰ সাদৰত পমি গ'ল। ভাবিলে,—ভোগৰাম নথকা হ'লে যে ইমান দিনে ঘৰখনৰ অৱস্থা পানীত হাঁহ-নচৰা হ'লহেঁতেন। খৰচে জোৰা নমৰা দিনতে যে সি কিমান কষ্ট কৰি ঘৰখন পুহি আছিল। আন মানুহ হোৱা হ'লে তাইক পৰৰ ঘৰৰ ধান দাবলৈ পঠালেহেঁতেন।

তাই চকু-পানী লুকুৱাই দৰাঘৰীয়া মানুহৰ আগত ওলাবলৈ মান্তি হ'ল। তৰুৱে ধুনীয়াকৈ তাইক সজাই-পৰাই দিলে। হাতত বটা এখন লৈ তাই মাক আৰু তৰুৰ লগত চ'ৰাঘৰলৈ ওলাল।

ছোৱালী দেখি সকলোৰে পছন্দ হ'ল। দুই এটা-কথা সুধিও মথুৰাৰ মাক-বাপেকে সন্তোষ পালে। কিন্তু আঙঠিটো আঙুলিত পিন্ধাই দিয়াৰ লগে লগেই অতর্কিতে, অজানিতে বাসন্তীয়ে শব্দ কৰি ফেঁকুৰি উঠিল। দৰাৰ মাকে অন্যথা নেভাবিলে। তেওঁ ক'লে, "কিয়নো দুখ কৰিছ আই? জীয়াৰী ছোৱালীয়ে জিৰণীয়া মোৱে একে। এদিন এঘৰলৈ যাবই লাগিব। আৰু দুদিনৰ পাছত আমি জানো তোৰ আপোন নহ'ম?"

বাসন্তী ভিতৰলৈ সোমাই আহিল। ভিতৰৰপৰা তাই দৰাৰ বাপেকে কোৱা শুনিলে, "......তোমাৰ যে এজনী ভনীয়েৰা আছে,—মই আকৌ এই কথা তুমাহমানৰ আগতেহে জানিলোঁ!

এখা, কথাতে কয় নহয়, বোলে—যাৰ কইনা তাৰ বিয়াহ। মথুৰাৰ কাৰণে যে কত ঠাইত ছোৱালী চাই চলাথ কৰিলোঁ।...”

॥ বাৰ ॥

ধনঞ্জয়ে আগতীয়াকৈ একো খবৰ পোৱা নাছিল। যোৱা সপ্তাহ সি গাৱেঁ গাৱেঁ বেমাৰী চোৱাত ব্যস্ত আছিল। বাৰিষাৰ পহিলা ভাগতে খুব বৰষুণ হ'ল। সোণাইৰ পানী নেবাগৰিল, যদিও খাল-ডোং, পথাৰ-সমাৰ পানীৰে উপচি পৰিল। সোণাই-পৰীয়াৰ মাছ ধৰাৰ চল ওলাল। টেক-দলঙা পাতি মাছ ধৰিলে। লাঙি জালত কাৱৈ-মাগুৰ মাছ পৰিল। কিন্তু পানী যেতিয়া শুকাল, সোণাইপৰীয়াই জীয়াতু ভুগিলে। কেঁচু-কুমটি মৰি গোটেইখন দুৰ্গন্ধ হৈ পৰিল। গেলা আৰু শুকান মাছৰ গোন্ধ আৰু পচা জাবৰৰ গোন্ধে সোণাইপৰীয়া বায়ু বিষাক্ত কৰিলে! মহ-ডাঁহ আৰু কেঁতকুৰিৰ ৰাজত্ব হ'ল। জেকা ভেঁটিত বেমাৰৰ বীজে থিতাপি ল'লে। মানুহৰ অসুখ-বিসুখ বাঢ়িল। সন্নিপাত হ'ল, পাল-জ্বৰ হ'ল। হাইজাত একোখন গাওঁ থৰহৰি কম্পমান। উত্তৰপৰীয়া ৰাইজৰ জীৱন যেন কচুপাতৰ পানীহে।

ধনঞ্জয়ে সাধ্য অনুসৰি ৰাইজক দুৰ্যোগত সহায় কৰাত লাগিল। বাসন্তীৰ ভু ল'বলৈ তাৰ সময় নাই। সি ঈশ্বৰ বিশ্বাসী। সেই কাৰণে সি নিজে বিচলিত হোৱা নাই। উত্তৰ লক্ষীমপুৰত বৰ ভূঁইকঁপৰ সময়ত লগ পোৱা স্বামীজীজনৰ দৰে সিও ভাবে যে দৰিদ্ৰ-নাৰায়ণৰ সেৱাৰ যোগেদিহে প্ৰকৃত নাৰায়ণৰ সন্ধান পাব পাৰি।

কিন্তু এজনৰ মুখে বাসন্তীৰ বিষয়ে সকলো ভু পাই সি হঠাতে শীতত জুৰুলা হোৱা গছ এজোপাৰ দৰে হৈ পৰিল। তাৰ ধ্যান-ধাৰণা আৰু সেৱা কৰাৰ অদম্য উৎসাহ ওলট-পালট হৈ গ'ল। চাবুকধৰা আৰু দেওবাত হাইজাই নিজ কাম শেষ কৰি নিতাল মাৰিলে। মাথোন কুঁজীতহে তিনিটা বেমাৰী আছে। নকুলকৈ

মানুহ বেমাৰত পৰা নাই। বাসন্তীৰ কথা শুনি সি হতাশ হৈ তাইৰ কথা সি বেছি পৰ ভাবিব নোৱাৰিলে। ভাগি পৰা মনটোৱে বিচাৰি পালে যে সি এটা আন বহুতৰ দৰেই অক্ষম মানুহ। তাৰ হোমিওপেথিকৰ জ্ঞান আৰু সামান্য আয়ুৰ্বেদৰ শিক্ষা মহামাৰীৰ প্ৰতিকাৰৰ বাবে সম্পূৰ্ণ অচল। সি মাথোন চেষ্টা কৰি উপকাৰ কৰাৰ আত্মসন্তুষ্টি লাভ কৰিব পাৰে, কালসৰ্পৰূপী মাৰি-মৰকৰ বিষ-দাঁত উঘালিব নোৱাৰে। সি আৰু বহুত কামেই কৰিব নোৱাৰে। শিলগুটি দিয়া বাটটোৱে ছুই যোৱা দক্ষিণপৰীয়া মানুহৰ,—ম'ৰাপুৰ আৰু দৰঙিয়াল গাৱঁৰ মানুহৰ—নতুন পৰিস্থিতিয়ে নিষ্ঠুৰভাৱে ক্ৰিয়া কৰা নৈতিক স্খলন আৰু মানসিক জটিলতাক তাৰ দৰে মানুহে নাইকিয়া কৰিব নোৱাৰে। সময় আৰু আকস্মিক সুবিধাই অহংকাৰী, সুবিধাবাদী আৰু স্বাৰ্থপৰ কৰা এতিয়াৰ ধনী-মানী ভোগৰামক আগৰ ভোগৰাম কৰিব নোৱাৰে।

বাসন্তীলৈ তাৰ ক্ৰোধ-অভিমান নহ'ল। বাৰে বাৰে এটা কথা তাৰ মনলৈ আহিল,—শেষত সি পাভচিলাও এৰি যাব লাগিব নে কি? কোনোবা এটা খৰালি হয়তো দলংঘাটৰ ওপৰেদি কাঠৰ দলং হ'ব। গড়কাপ্তানী বিভাগৰ আলিবাটটোৱে সোণাইৰ উত্তৰপৰীয়া গাওঁবোৰ ছুব। ইয়াৰ মানুহবোৰ তেতিয়া হয়তো আৰু জটিল হৈ পৰিব। কিজানি একোৱে সন্তুষ্ট কৰিব নোৱাৰা বেপেৰুৱা মনোবৃত্তিয়ে ইয়াৰ মানুহৰ নিষ্কলুষ মৰম-চেনেহক বনবাসী কৰিব।

জীৱনত যিজনী গাভৰুক আপোন কৰিছিল, যাক লৈ এখনি সৰু সংসাৰৰ নীড় ৰচনা কৰিম বুলি ভাবিছিল, যাৰ মধুৰ ভাবনাবোৰ চিৰবসন্তৰ কুলি-কেতেকী হৈছিল ;—সেইজনী বাসন্তী যে পৰৰ হৈ যাব,—এই চিন্তাই তাক দিনৰ পোহৰতহে অধৈৰ্য্য কৰা নাছিল। কিন্তু ৰাতিৰ নিবিড় অন্ধকাৰে, অন্ধকাৰ ৰাতিৰ নিৰৱতা বেছি প্ৰকট কৰি তোলা জিলী আৰু হুতুৰ মাতে, জীৱনৰ বিশৃংখলতা বেছি ভয়ানক বুলি মনক অস্থিৰ কৰিব পৰা বেং-ভেকোলাৰ আব্যৰে

তাক বেছি অসহায় কৰি তুলিলে। সি বহুত ভাবিলে। কাঁইটীয়া বেন লগা বিচনাখনত বহুতবাৰ চাটি-কুটি লগালে। কিন্তু বাসন্তীয়ে বিশ্বাসঘাতকতা কৰিলে বুলি সি ভাবিব নোৱাৰিলে। চকুৰ আগত ভাঁহি উঠা তাইৰ ছবিয়ে তাৰ মনটো প্ৰসন্ন কৰিহে তুলিলে। ওৰে নিশা ভাবি থিৰাং কৰা কথা কেইটা লাহে লাহে বেছি উপযুক্ত বুলি তাৰ বিশ্বাস হ'ল। আন্ধাৰ ৰাতিৰ নিতান্ত গোপন আৱেগে অস্পষ্ট চিন্তাকো আকৃতি দিয়ে। চিন্তাই তেজ-মঙহৰ ৰূপ লয়। কিন্তু ৰাতি পুৱাবাৰ সময়ত সেইবোৰ চিন্তা একো টোপাল নিয়ৰ হৈ জিবায়। ৰ'দে ভাপ কৰে। পিছে উষাৰ কাহিলি কাহিলি পোহৰত ধনঞ্জয়ৰ মনটো খুব সজীৱ হৈ পৰিল। তাৰ সিদ্ধান্তটো ৰাতি ভবাৰ দৰেই স্পষ্ট, অৱয়ব-বিশিষ্ট দিনৰ বাস্তৱে ৰাতিৰ ধাৰণাক জলীয় বাষ্প কৰিব নোৱাৰিলে। সি দৃঢ়-প্ৰতিজ্ঞ হৈ পৰিল: সি আজিয়েই ৰূপুক বুঢ়ীক সকলো কথা ক'ব। তাইৰ হাতত বাসন্তীলৈ এখন চিঠি দিব। এদিন সুবিধা বুজি তাইক ৰাতি ঠাকুৰা-ঘাটেদি লৈ আহিব।

আনৰ চকুত নিজে ধৰা নপৰিবলৈকে সি ডাঢ়ি খুৰাই ধুনীয়া পোছাক এটা পিন্ধিলে। এখোজ এখোজকৈ সি ৰূপুক বুঢ়ীৰ ঘৰৰ ফালে আগ বাঢ়িল। শেষ বাৰলৈ সি নিজক নিজে প্ৰশ্ন কৰিলে—তাইক পলুৱাই আনিলে তাৰ অপযশ হ'ব নে কি? যুক্তিৰে সি নিজকে উত্তৰ দিলে: এই অঞ্চলত ছোৱালী পলুৱাই অনাটো খুব স্বাভাবিক কথা। তাত পৌৰুষ আছে, প্ৰেমৰ তীব্ৰতা আছে, অজান মাদকতা আছে। এই অঞ্চলত পল্লৱ-গ্ৰাহীৰহে,—কেইবাজনী তিৰোতাৰ জুতি লোৱা মানুহৰহে—অপযশ আছে। ইয়াতে কোনোবা বিধৱা মাকৰ একমাত্ৰ ছোৱালীজনী পলাই গ'লে, ছোৱালীজনী নথকাত ঘৰখন আৰু মনটো উকণ্ডা উকণ্ডা লাগিছে বুলিহে দুখ কৰে। তাই মাকক এৰি এটালৈ গুচি গ'লত যৌৱনৰ ধৰ্ম ৰক্ষা কৰিছে বুলিহে ভাবে। সেই কাৰণেই বিহুত, 'মিঠৈ উলিওৱা'ত আৰু ভাওনাত এনে ঘটনা

ঘটি থাকে। এইবোৰ ঘটনাৰ বাবে অযথা চাঞ্চল্য নাই, চৰ্চা নাই। ই সোণাইপৰীয়া উজান একোটাৰ দৰেই সময়-সাপেক্ষ আৰু স্বাভাৱিক। ধনঞ্জয়ৰ দৃঢ় ধাৰণা যে বাসন্তীক এনেকৈ লৈ অহাৰ পাছত মানুহৰ শ্ৰদ্ধা নকমে। সিহঁতৰ ওপৰত তাৰ প্ৰভাৱো নকমে। বৰঞ্চ এনে কৰিলে ন-ধনী ভোগৰামৰ অহংকাৰ আৰু মৰ্য্যাদাবোধ খৰ্ব কৰাৰ বাবে ভালেমানে ভালহে পাব। আৰু মানুহে কি ভাবিব তাকে চিন্তা কৰি থাকিলে জানো নিজৰ মনৰ স্বাধীনতা থাকে? লোকে কি ভাবিব বুলি নিজক আৰু নিজৰ মনক সচেতন কৰি তোলে, তেনে মানুহ কেতিয়াও সুখী হ'ব নোৱাৰে। পৰিস্থিতিয়ে তাক আত্মকেন্দ্ৰিক কৰি তুলিছে। সি নিজস্ব দৰ্শন বিচাৰি পাইছে। ভাবিছে—"কোনেও মোক ভাল বুলি ভাবিব নেলাগে, কোনেও মোক শ্ৰদ্ধা কৰিব নেলাগে। কোনেও মোক গুৰুত্ব দিব নেলাগে, ময়ো কাকো গুৰুত্ব নিদিওঁ। ইমানেই। কিন্তু মোক বাসন্তীক লাগে। বাসন্তীক কেন্দ্ৰ কৰি যি ভৱিষ্যত গঢ়ি উঠিব, সেই ভৱিষ্যতত বাধা দিবলৈ একোৰে অধিকাৰ নাই,—মান-সন্মানৰ মানদণ্ডৰ, অপযশ-চেতনাৰ আৰু যিকোনো মানুহৰে।..."

ৰূপুক বুঢ়ীক সি সকলো কথা ক'লে। বুঢ়ী আচৰিত হৈ গ'ল। সুধিলে, "ধন বোপা, শেষত তুমিও..?" সি ক'লে, "এৰা বাই, মই এনে কৰিবলৈ বাধ্য হৈছোঁ। নহ'লে বাসন্তী চিৰদিনলৈ সুখী হ'ব নোৱাৰিব। ময়ো নোৱাৰিম।"

ধনঞ্জয়ৰ সজল চকুত বুঢ়ীয়ে বহুত দুখৰ বাতৰি পালে। ক'লে, "কিন্তু তোমাৰ দৰে ল'ৰায়ো এনেকৈ ছোৱালী আনিবলগীয়া হ'ল নে? গোটেই ৰাইজে দেখিছোঁ হৰি হৰি মানিব।"

"এৰা, কেইদিনমানলৈ মানুহ আচৰিত হ'ব। পিছে বাই, মানুহৰ কথা মনত ৰখা শক্তিটো বৰ কম। সোনকালে মই আকৌ আগৰ ধনঞ্জয় হৈ পৰিম। কিন্তু এতিয়াই যদি শ্ৰদ্ধা আৰু সন্মানক খামুচি ধৰি বৈ থাকোঁ, এই ভুলেই মোক জীৱনটো খুলি খুলি খাব। ময়ো সাধাৰণ এটা মানুহৰ দৰেই। ইয়াত থাকি

সাইলাখ ইয়াৰ মানুহৰ দৰে হৈ পৰিলোঁ। মানুহে মোক বহুত ওপৰৰ কিবা এটা বুলি ভুল কৰিছে। মোৰ প্ৰতি আইনৰ আচৰিত ধাৰণাই মোক জীয়াতু ভোগাইছে! কেৱল ঈশ্বৰহে সকলো গুণেৰে পূৰ্ণ-কলা হ'ব পাৰে, মানুহ তেনে হ'ব নোৱাৰে।"

বুঢ়ীয়ে বিশেষ একো বুজি নেপালে। ক'লে, "তথাপি ধন বোপা, আকৌ এবাৰ ভাবি চোৱা। বয়স কম নহয়। সেই কাৰণেই ভাবোঁ,—তোমাৰ কিজানি ভুল হৈছে।"

ধনঞ্জয় বাজি উঠিল, "মই কেতিয়াও ভাবিব নোৱাৰিম যে মই ভুল কৰিছোঁ। ভাবি চোৱা বাই, আপোন ইচ্ছাৰ বাধা-বিঘিনি হ'লে, সেই বাধা-বিঘিনি আঁতৰাবলৈ মানুহ মাত্ৰৰে অধিকাৰ আছে। তাৰ বাবে মানুহে যুঁজিবলৈও অধিকাৰ আছে। বাসন্তীক পোৱাৰ বাধা বহুত। তাইক মই ঘৰৰপৰা ডকা-হকা দি আনিব নোৱাৰোঁ। সেই কাৰণে তাইক এনেকৈ অনাও মোৰ অধিকাৰ আছে। যিজনী ছোৱালীৰ মই মন পাওঁ, যিজনী ছোৱালীক পোনতে ময়েই মৰম-আকলুৰা কৰিলোঁ, সেইজনী ছোৱালীক মই এনেকৈ ঘৰ চপোৱাৰ অধিকাৰ নাই? আৰু, বাসন্তীক এনেকৈ অনা মানে তাইকো উদ্ধাৰ কৰা। যদি নানো, তাইক মই প্ৰৱঞ্চনা কৰা নহ'ব? তিৰোতা দুৰ্বল। সময়ত সিহঁতৰ মন বেছি দুৰ্বল হয়। তিৰোতাই গা-গুটীয়া হৈ বাধা-বিঘিনিৰ মুখা-মুখি হ'ব নোৱাৰে। বিপদৰ সোঁতত উটি যায়।..."

মনৰ আবেগত ধনঞ্জয়ে বক্তৃতাৰ দৰে আৰু বহুত কিবা-কিবি কৈ গ'ল। কপুক বুঢ়ীৰ এইবাৰহে মনে ধৰিলে। তাই সোলা মুখখনেৰে কিঞ্চিৎ মিচিকিয়াওতে মুখখন উজলি উঠিল। ধনঞ্জয়ৰ ভাব হ'ল, দাঁত নগজা শিশুৱেহে যেন মিচিকিয়াইছে। সি তাকে দেখি গভীৰ সান্ত্বনা পালে। বুঢ়ীয়ে তাক ইতিকিং কৰাৰ দৰে ক'লে, "এৰা, তিৰোতাই মায়া কৰিলে জটীয়া শিৱৰো গাত বাঘছাল লাগে। তুমি স্বৰূপ কথা কৈছা। ই ভোগৰাম হ'ল সাক্ষাৎ কন্দৰ্প। ভাওনাত কন্দৰ্পৰ দৰ্প দেখিছোঁৱেই নহয়। পাবোতেনো

ভগৱান কৃষ্ণয়ো উপায় নেপাই 'কৰুণী' আইদেউক পলুৱাই নিবলগীয়া হ'ল নে ?"

ইয়াকে শুনি ধনঞ্জয়ৰ আৰু দুজন পুৰুষ আৰু দুগৰাকী নাৰীৰ কথা নিমিষতে মনলৈ আহিল। সেয়া পুথিৰ পাতত তেজ-মঙহেৰে, আশা-আকাঙ্ক্ষা আৰু কামনা-বাসনাৰে জীয়াই থকা পুৰুষ-নাৰীয়েই। শাশ্বতী-বসুধাই যুগে যুগে তেওঁলোকক মাটিৰ পৰশ আৰু ফুলৰ সৌৰভ দিছে। তেওঁলোক হ'ল উষা-অনিৰুদ্ধ, সুভদ্ৰা-অৰ্জুন, আৰু হয়তো কোনোবা।

ৰুপুক বুঢ়ী ধনঞ্জয়ৰ কথামতে কাম কৰিবলৈ সন্মত হ'ল। ধনঞ্জয়ে বুঢ়ীৰপৰা বিদায় ল'বৰ সময়ত ক'লে, "বাই, এতিয়া যদিও মোৰ ভুল হৈছে বুলি ভাবিছা, তেনেহ'লে আৰু মোৰ ক'বলৈ একো নাই। আমি ভুলে-শুদ্ধেৰেহে মানুহ। ভাবি চোৱা, যি ৰামে পিতৃ-সত্য পালি বনবাসী হ'ব পাৰে, সেই ৰামে আকৌ লুকাই-চুৰকৈ বালীকো বধ কৰে। অকাৰণতে সীতাক বিসৰ্জন দিব পাৰে।"

বুঢ়ীয়ে হাঁহি ক'লে, "নেলাগে আৰু বুজাব। এইটো যদি ভুল, তেনেহ'লে ডেৰ-কুৰি, দুকুৰি বছৰ আগতে জানো মই ভুল কৰা নাছিলোঁ ?"

ধনঞ্জয়ে সুধিলে, "একে কাৰণতে ?" ৰুপুক বুঢ়ী যেন হঠাতে ধনঞ্জয়ৰ চকুত যুৱতী হৈ পৰিল। বুঢ়ীৰ ঈষৎ সলজ্জ হাঁহিত বয়সৰ আঁচোৰবোৰ যেন নাইকিয়া হৈ গ'ল। পদূলিমুখত বুঢ়ীয়ে পাছ কালৰপৰা কোৱা শুনিবলৈ পালে,—"ইটো কথা পৰম গুপুত। আনক কহিতে হুছি যুগুত। বাৰু ধন বোপা, কাইলৈকে যাব লাগিব নে কি ?"

ধনঞ্জয়ে পদূলিৰ পৰাই ক'লে, "নহয়, পৰহিলৈহে। মই আকৌ কাইলৈ আহিম। চিঠিখন দিলেহে সিফালে বিশ্বাস হ'ব।"

ধনঞ্জয় আনন্দ মনেৰে ঘৰ পালেহি।

॥ ভেৰ ॥

বাৰিষা দক্ষিণ-পাৰৰ মানুহ উত্তৰ-পাৰলৈ নেযায় বুলিয়েই ক'ব পাৰি। উত্তৰ-পাৰৰ মানুহ অৱশ্যে দক্ষিণ-পাৰলৈ আহে খুব প্ৰয়োজন থাকিলেহে। সোণাইখণ পাৰ হোৱাটো বিপদৰ কথাই। পাকৈত নাৱৰীয়াই টুলুঙা নাও এখনেৰেই সোণাইৰ বুকুৰেদি পানী কাউৰীৰ দৰে ঘূৰি ফুৰে যদিও দক্ষিণ-পাৰত বাৰিষা উত্তৰ-পৰীয়া মানুহ খুব কমহে দেখা যায়। মাইকী মানুহ কেতিয়াও নাহে। কিন্তু ৰূপক বুঢ়ীৰ কথা সুকীয়া। তাই ঘৰে ঘৰে মুগা আৰু পাটৰ কাপোৰ বেচি ফুৰা তিৰোতা। এইটো তাইৰ খুব ভাল ব্যৱসায়। এই ব্যৱসায় কৰিয়েই তাই ঘৰত দুজনী দং দং কৰে গাভৰু ছোৱালী পোহে। নিজেও ভালকৈ পোহ যায়। মতা মানুহ নথকা ঘৰখন ওৱাদানিকৈ চলিবলৈ অকণো অসুবিধা নহয়। তায়ো সৰু-সুৰা বিপদ-আপদলৈ টেলাইকে নকৰে। ভৰ-বাৰিষা সোণায়ে যিমানেই উন্তাওালি নেদেখুৱাওক লাগে, সোণাইত কেবাখনো নাও ডুবাৰ কথা শুনক লাগে,—তাই তালৈ ভ্ৰূক্ষেপ নকৰে। প্ৰয়োজন হ'লে টুলুঙা নাৱেৰেই দক্ষিণ-পাৰ পাবহি। ঘাটুৱৈ, নাৱৰীয়া আৰু মাৰ-নাৱৰ গৰাকীসকলো তাইৰ চিনাকি। নাৱৰীয়াবিলাক যিমান সাহসী তায়ো সিমান সাহসী। তাই অনুৰোধ কৰিলে কোনো নাৱৰীয়াই তাইক পাৰ কৰিবলৈ আপত্তি নকৰে। সিহঁতেও জানে যে ৰূপক নৈৰ মাছৰ নিচিনাই। তাই বেমাৰ-আজাৰ হৈ মৰিব, কিন্তু নৈৰ পানীয়ে মাৰিব নোৱাৰে। তাই চাবি ধৰণৰ সাঁতোৰ জানে। সোণাইৰ দুই-পাৰৰ যিমান মানুহে ধনঞ্জয়ক চিনি পায়, ৰূপকো সিমান মানুহে চিনি পায়। অৱশ্যে ৰূপকৰ লগত তিৰোতা মানুহৰ হুলি-গলি বেছি আৰু ধনঞ্জয়ৰ লগত মতাবোৰৰ।

ভৰ দুপৰীয়া ৰূপক ভোগৰামৰ ঘৰত হাজিৰ হ'ল। প্ৰায়

তিনি মাহৰ মূৰত আজিহে তাই ভোগৰামৰ ঘৰলৈ আহিছে। ইহঁতৰ ঘৰলৈ আজিকালি তাই আহিবলৈ ভাল নেপায়। ইহঁত ধনী হোৱাৰেপৰা মতি-গতি লৰিল। ভোগৰামেও ফোঁপ-যহী ফোঁপ-যহী কথা কোৱা হ'ল। তদুপৰি, মুগা বা পাটৰ কাপোৰ দেখুৱালে ইহঁতে কিবা 'জৰ্জিট' 'ভইল'ৰ কথা কয়। আজি টানত পৰি ওলালহি যদিও আগৰ দৰে আপোন যেন দেখুৱাই মাত নলগালে। তাই মাথোন মাত দিলে, "ঘৰত কোনোবা আছে নে?"

কোঁচত কেঁচুৱা এটা লৈ তৰুলতা ওলাই আহিল। ক'লে, "অ' বাই দেখোন। আজিনো আমাৰ ঘৰ ওলাবলৈ বাটৰ জেং-খৰি কেইডাল কোনে আঁতৰালে?"

ভিতৰৰপৰা বাসন্তীৰ মাত শুনা গ'ল,—"কিবা বাট-পথ ভুল কৰিলে যেন পাইছোঁ!"

ঢুখৰি-পীৰাখনত বহি কপুক বুঢ়ীয়ে সমিধান দিলে, "তহঁতে যিহকে ক' লাগে, মই হ'লে তহঁতৰ ফালে আহিবলৈ 'দিগদাৰ' পাওঁ। চহকী হোৱাৰেপৰা তহঁতক আচহুৱা আচহুৱা লগা হ'ল।"

"কিয়নো এনেকৈ কৰ বাই? আমি কিবা পৰক ধৰি-বান্ধি কিলাইছোঁ নে?"

"অ' তেনেহ'লে তহঁত পৰৰ ওচৰত সৰুটি হ'বলৈ শিকিছ!"

তৰুলতাই এটা হুমুনিয়াহ পাৰি ক'লে, "বাই, তোক এটা ভই নজনা কথা কওঁ। এঘৰ মানুহ ধনী হ'লে মতাবোৰৰহে প্ৰতাপ বাঢ়ে। তিৰোতাবোৰ আগৰ দৰেই এলা-বাহু!"

"কি ক'লি? তোৰ মনত এতিয়াও দুখ?"

"এৰা, আগতে খোৱা-বোৱা পিন্ধা-উৰাত দুখ আছিল যদিও মনৰ সুখ আছিল। এতিয়া ভালকৈ খাবলৈ-পিন্ধিবলৈ পালে কি হ'ব? মন শুকান-খৰি হ'ল।"

বাসন্তীয়ে ইমান পৰে কপুক বুঢ়ীৰ মুখৰ ফালে ৰ' লাগি চাই আছিল। তাই জানে, বুঢ়ীৰ ঘৰ পাভচিলাত। কিজানি

বুঢ়ীৰ মুখত এবাৰি ধনঞ্জয়ৰ কথা ওলায়েই। যদি উপবাটি স্থলিয়ায়, তায়ে নবৌৱেক আঁতৰি গ'লে লাজ-মান কাতি কৰি থৈ তাৰ কথা সুধিব। আওটি পিঞ্জোৱাৰ পাছৰেপৰা তাই সজাৰ পখীৰ দৰে দিন নিয়াইছে। ৰাতি সপোনে আমনি কৰিছে। কেবা ৰাতিও ফেঁচাৰ মাত শুনি উচাপ খাই উঠিছে। গা শিয়ৰিছে, বুকু কঁপিছে। জীৱনৰ দাৰুণ অনিশ্চয়তা আগত লৈ বন্দিনীৰ দৰে দিন নিয়াইছে। কিন্তু এতিয়া ৰূপুক বুঢ়ীক দেখি কিবা এটা অজান আশাৰ জিলিকনি দেখিছে।

তৰুলতাৰ লগত ৰূপুকৰ কথা-বতৰা বেছি গোপন আৰু আপোন হৈ পৰা লক্ষ্য কৰি বাসন্তী নিজেহে আঁতৰিল। চাহৰ চৰুত জাল দিলেগৈ। এই সুবিধাতে বুঢ়ীয়ে সুধিলে, "তোৰ মনত দুখ মই দেখাত হ'ব নেলাগে। সি মাৰ-ধৰ কৰে? শুনিছোঁ বোলে হঠাতে ধনী হ'লে মানুহে মদ খায়?"

তৰুলতাৰ চকু দুটা ছলছলীয়া হৈ পৰিল। কাণৰ ওচৰলৈ মুখখন আনি ক'লে, "তেওঁ ধনী হ'ল আৰু মৰম-চেনেহো নেওচা দিলে। ধনো হ'ল, মনতো শনিয়ে বাহ ল'লে। ইমান বছৰৰ মূৰত মই এতিয়াহে এলাগী হ'বলগীয়া হ'ল। এতিয়াহে মই দেখিবলৈ আপচু হ'লোঁ। পাটীৰ তিৰোতাত তেওঁৰ মন-নৰহা হ'ল। পৰলৈ চকু হ'ল।"

বুঢ়ীয়ে সুধিলে, "মই কি কৰিব লাগে?"

তৰুলতাই ক'লে, "গোসাঁইবৰিৰ হেনো মুকুট কৈৱৰ্ত্তই এটা কঁকালত বন্ধা 'তাবিজ' দিয়ে?"

"এৰা, শুনিছোঁ।"

"তোৰ ভৰিত ধৰি কাকুতি কৰিছোঁ বাই, দেওবাৰৰ আগতে যেন সেইটো তাবিজ আনি দিয়। দাম যি লাগে এতিয়াই দিওঁ। কিজানি সেইটো বান্ধিয়েই মোত মন-বছুৰাব পাৰোঁ। জানই নহয়, পুৰুষ মানেই ভোমোৰা।"

ৰূপুক বুঢ়ীয়ে তৰুলতাৰ দুখ বুজি, কথা দিলে। এনেতে

বাসন্তীয়ে চাহ এবাটি বুঢ়ীৰ আগত থ'লেহি আৰু বটাটোৰে সৈতে বুঢ়ীৰ ওচৰত বহি তামোল কটাত লাগি গ'ল। তৰুলতাই কথাটো ঘুৰাবলৈকে আন এটা কথা সুধিলে, "বাই, আজিকালি কাপোৰ ননা হ'লি কিয় ?" বুঢ়ীয়ে চমুকৈ ক'লে, "এই মাহহে অনা নাই। মানুহৰ অৱস্থা হীন হৈছে। কিনিব নোৱাৰে।"

মজিয়াত ল'ৰা-ছোৱালীহালে আমুৰি কৰি আছে কাৰণে তৰুলতাই বুঢ়ীক বহিবলৈ কৈ ৰান্ধনি-ঘৰ পালেহি। বাসন্তীয়ে বুঢ়ীক এইবাৰ অকালে লগ পোৱাৰ সুবিধা পালে। ভালেমান পৰ দুয়োৰে মুখত কথা নাই। দুয়ুৰি চকুৰেই যেন বহুত কথাৰ আদান-প্ৰদান কৰিলে। অৱশেষত বুঢ়ীয়ে মাত লগালে, "আই অ' দং দং কৰে গাভৰু ছোৱালীজনী দেখোন শুকাইহে গৈছ। তোক দেখি মোৰ মায়া হৈছে। তই যে চুলিটাৰো ভালকৈ বন্ধা নাই।"

বাসন্তীয়ে একো নেমাতিলে। ভেঁটিয়েদি গৈ থকা পকুৱাৰ লানিটোলৈ চাই ৰ'ল। ৰুপুকে আকৌ সুধিলে, "বাৰু, তই আখৰ পঢ়িব পাৰ নহয় ?"

বাসন্তীয়ে সমিধান দিলে, "চাৰি শ্ৰেণীমান পঢ়িছিলোঁ।"

—"মই সকলো শুনিছোঁ বাসন্তী। ধনঞ্জয়ো সুখেৰে আছে বুলি নেভাবিবি। মই আজি তোৰপৰা কথা লৈ যাবলৈ আহিছোঁ। ল, এইখন চিঠি। কোনেও নেদেখাকৈ পঢ়ি ফালি পেলাবি।"

বাসন্তীৰ চকু দুটাইদি যেন বাৰিষাৰ বানহে ব'লে। চাদৰৰ আঁচলেৰে মুখত সোপা দি ধৰিলে। ইখন হাতেৰে চকু-পানী মচি আগতকৈ দৃঢ় হৈ পৰিল। দুঢোকমানতে চাহ বাটি শেষ কৰি ৰুপুকে অসংলগ্নভাৱেই আচল কথা আৰম্ভ কৰিলে, "বাসন্তী, জীৱনত ছেগ এটা বৰ ডাঙৰ বস্তু। সি তোক পলুৱাই নিব খোজে। এই ছেগ যদি হেৰুৱাৱ, তেন্তে জীৱন ভুগিব লাগিব। বুইছ, জীৱনলৈ ছেগ এবাৰহে আহে।"

বাসন্তীয়ে ধনঞ্জয়ক ইমানলৈকে আগ বাঢ়িব বুলি ভবা নাছিল। তাই আনন্দত আত্মহাৰা হ'ল। ক'লে, "কিন্তু তেওঁৰ যে ইমান

সন্মান আছে। তেওঁক যে মানুহে ইমান ভাল বুলি ভাবে।" বুঢ়ী বাজি উঠিল, "লোকে ভবালৈ পৰোৱাই কৰি তইঁতে ওবে জীৱন হা-হুমুনিয়াহ কাঢ়ি থাকিবি নে কি? ধনঞ্জয়ে কি কয় জান? ভদ্ৰতা আৰু নিয়ম-কাৰণে হেনো মানুহক জীৱন দিয়া মাছৰ অৱস্থা কৰে। ভালকৈ বুজি ল বাসন্তী, পীৰিতিয়ে নিয়ম নেমানে আৰু পীৰিতিৰে হিয়া জুৰাবলৈকো নিয়ম নোহোৱা কাম কৰিব লাগে। ই বট গছৰ দৰে বিয়াগোম বস্তু। সৰু-সুৰা অপযশে লৰাব নোৱাৰে। সৰু-সুৰা ধুমুহাই বট গছৰ পাতহে লৰায়। পাত লৰিলেহে যেন বট গছে পেঁপা-গগনা বজায়।"

ৰূপুক বুঢ়ীৰ মন হৰি নিয়া ৰসাল কথা শুনি বাসন্তীৰ প্ৰেমে পাল-তৰা চকুৱে উজানৰ মাছৰ ইলুট-সিলুটি দেখুৱালে। তাই ভৰ-বাৰিষাৰ সোণাইৰ সোঁতৰ দৰে আকস্মিতে ছন্দময়ী আৰু গতিচঞ্চলা হৈ পৰিল। অৱশেষে বুঢ়ীৰ আগত লাজ-ভাব দেখুৱাই মুখখন দুই হাতৰ তলুৱাৰে ঢাকি পেলালে। 'যাম' বুলি এটা সৰু শব্দেৰে এটা ডাঙৰ কামৰ বাবে প্ৰস্তুত থকাৰ সন্মতি জনালে। বুঢ়ীৰ তাইলৈ খুব মৰম লাগি গ'ল। কাষ চাপি আউল-বাউল চুলি কেইডাল সাঠৰ লগাই ক'লে, "দেওবাৰে নবৌৰেৰক তাবিজটো দিবলৈ আহোঁতে আকৌ বাৰু কম। সেই দিনা ৰাতি প্ৰথম কুকুৰাই ডাক দিয়াৰ সময়তে তই ঠানুৱা-ঘাট পাবগৈ লাগিব। সি আৰু ঘোগোনা ঘাটুৱৈয়ে নাৱত তোলৈকে বৈ থাকিব। শেষ ৰাতি জোনাক হ'ব। তোৰ এই কণ বাট যাবলৈ অসুবিধা নহ'ব। চিঠিত এইবোৰ কথা লিখা আছে।"

বাসন্তীয়ে ক'লে, "তই পিছে আমাৰ ঘৰলৈ তাবিজ দিবলৈ শনিবাৰে আহিবি। দেওবাৰে আহিলে ইইঁতৰ সন্দেহ হ'ব পাৰে।"

"বাৰু, তই কৈছ যেতিয়া তাবিজটো শনিবাৰেই দিমহি। পিছে আঙঠি পিন্ধাই থোৱা ছোৱালীক ঘৰৰ মানুহে সাধাৰণতে সন্দেহ নকৰে। কিন্তু এটা কথা। তই ভালকৈ মন থিৰ কৰিব লাগিব।

বুইছ বাসন্তী, হাৰি ভাঙি খেতিৰ মাটি উলিয়াবলৈ আৰু ছোৱালীয়ে ঘৰ এৰি এটালৈ পলাই যাবলৈ হ'লে মন কটকটীয়াকৈ বান্ধিব লাগে। এইবোৰ লেছুকা মনৰ কাম নহয়।"

মোৰ মন এটাৰ কাৰণেহে লেছুকা বুলি ক'বলৈ বাসন্তীৰ ইচ্ছা আছিল। কিন্তু লাজ লাগিলত ন'কলে। কপুক বুঢ়ীৰ উদ্দেশ্য সফল হ'ল বুলি ভাবি তৰুলতাইঁতক মাত লগাই গুচি আহিল।

তৰুলতা ল'ৰা-ছোৱালী কেইটা লগত লৈ বিচনাত পৰিল। বাসন্তীয়ে মাকক তামোল এখন খুন্দি দি কলহ এটা লৈ ঘাট পালেগৈ। সোণাইৰ সিপাৰে বাওধানৰ মাজে মাজে দুখন-এখন নাও চলা অনুমান কৰিব পাৰি। এই পাৰে দলংঘাটতহে দুখন মাৰ নাও বৈ আছে। ঠানুৱা-ঘাট নিজম। যেন মাজ-ৰাতিহে জোনে বেলিৰ দৰে পোহৰ দিছে। তাই ব্লাউজৰ মাজৰপৰা লাহে লাহে চিঠিখন উলিয়াই ভাঁজ দুটা পোন কৰিলে। আখৰ কেইটা দেখি তাইৰ ভাব হ'ল যেন এয়া আখৰ নহয়। ধনঞ্জয়েহে যেন কথা কৈ আছে।

তাই মনে মনে পঢ়ি গ'ল :

মৰমৰ বাসন্তী,

মই জানো, তুমি সপোনতো ভাবিব নোৱাৰা যে ঘৰৰ শাসনত পৰি তুমি আঙঠি পিন্ধাবলৈ নিজক এৰি দিছা যদিও মই তোমাক ভুল বুজি গা এৰা দিছোঁ। মোৰ তোমাৰ ওপৰত খুব বিশ্বাস আছে। মই বৰ আতুৰ হৈ পৰিছোঁ। বহুত ভাবি-গুণি চালোঁ। শেষত সোণাইৰ পাৰত সঘনে ঘটা অথচ তোমালোকৰ দৰে সম্ভ্ৰান্ত পৰিয়ালৰ লগত খাপ নোখোৱা এই সহজ উপায়টোকে বিচাৰি ল'লোঁ। আনৰ মতামতলৈ ভ্ৰূক্ষেপ কৰি চলিলে নিজৰ প্ৰাণৰ ইচ্ছাকহে ফাঁকি দিয়া হ'ব। তদুপৰি, এতিয়া সময়ো নাই। গতিকে, তোমালোকৰ ঘৰত বা পৰিয়ালত নঘটা কামেই কৰিব লাগিব। শেষ ৰাতি জোন ওলাব। দেওবাৰে ৰাতি যোগোনা

ঘাটুৰেৰে সৈতে তোমালোকৰ ঘাটটোত নাও লৈ ৰৈ থাকিম। তুমি প্ৰথম কুকুৰাৰ ডাক শুনিয়েই ওলাই আহিবা। অৱশ্যে আধা ঘণ্টামান সোনকাল বা পলম হ'লেও একো কথা নাই। মই জানো, ওপজা ঘৰখন এৰিবলৈ, বুঢ়ী মাৰাক বা আনক এৰিবলৈ তোমাৰ কাৰণে টান হ'ব। কিন্তু মই জানো পৰ? আৰু, বাৰু নিলিখোঁ। ৰূপুক বুঢ়ীয়ে কিজানি কৈছেই। বুঢ়ীৰ আগত তুমি কথা দিবা বুলি আগতেই ধৰি ল'লোঁ।

শেষত অতি মৰমেৰে আৰু মৰমৰ…। তুমি ভাবি-গুণি খালী থকা ঠাইৰ শব্দটো পূৰ কৰি পঢ়িবা।

ইতি—

তোমাৰেই

ধনঞ্জয়

চিঠিখন পঢ়ি বাসন্তীৰ মনটো উচাটন হৈ পৰিল। ওচৰৰ বালিমাহী, সখিয়তী আৰু গঙা-চিলনীৰ মাতত নতুন সুৰ শুনিলে। খৰস্ৰোতা সোণাইৰ খলকনিয়ে গোপন মনতো খলকনি তুলিলে। দূৰৈৰ বাওধান আৰু দলনিৰ বিশাল সেউজত মনৰ সেউজ মিলি গ'ল। সেই সেউজ পটভূমিত তাই সোণাইৰ বুকুত নিজকহে যেন দেখা পালে। সোণায়েদি যেন গলিত সোণ-ৰূপহে বাগৰিছে। তাইৰ বুকু উজনি-ভাটী কৰিলে। ৰূপুকে পঢ়াৰ পাছত চিঠিখন ফালি পেলাবলৈ বাৰে বাৰে কৈছিল যদিও তাই ধনঞ্জয়ৰ চিঠিখন ফালিৰ নোৱাৰিলে। এইখনেই ধনঞ্জয়ৰ পহিলা চিঠি। হয়তো এয়ে শেষ। কাৰণ তাৰ লগলৈ গ'লে আৰু চিঠিৰ প্ৰয়োজন কিহৰ? এইখন চিঠি তাই খুব আদৰেৰে আৰু গোপনে ৰাখি থ'ব। তাৰ লগলৈ যোৱাৰ পাছতো। কেতিয়াবা গৃহিণী হৈ দুটা-তিনিটাৰ মাইকী হোৱাৰ পাছতো—তাইৰ যৌৱনে মেলানি মগাৰ প্ৰাক্-মুহূৰ্ততো, সযতনে ৰখা এই চিঠিখন তাক দেখুৱাই ক'ব, "চোৱা তুমি মোলৈই কেনে সোণত সুৱগা-চৰা চিঠি দিছিলা। মই তোমাক কেনেদৰে মন ছিৰলা-ছিৰলী কৰিছিলোঁ।" তাৰ

হয়তো তেতিয়া আৰু বেছি মৰম লাগি যাব। সি পিতৃৰ গাম্ভীর্য্য আৰু স্বামীৰ দায়িত্ব মিহলাই ক'ব, পাগলীজনী! তুমি দেখিছোঁ দিনে দিনে ছোৱালী হৈহে গৈছা।" এই বুলি কৈ হয়তো মন-প্ৰাণ খুলি হাঁহিব।

তাই পানী কলহ বুৰাই ঘৰ সোমালহি। তাই শোৱা গাঁৰুটোৰ সিয়নি খুলি তুলাৰ মাজত চিঠিখন ৰাখিলে আৰু আগৰ দৰে চিন-চাব নোহোৱাকৈ সী থ'লে। কোনেও উমান নেপালে। কেইঘণ্টামানৰ ভিতৰতে ওপজা ঘৰখন আলহীঘৰ যেন লগা হ'ল।

বাসন্তীয়ে দেওবাৰে আবেলিৰেপৰা মাকৰ লগত খুব মৰম লগাই কথা পাতিলে। নবৌৱেকে কিবা উমান পাই বুলি তাই আঁতৰি আঁতৰি থাকিল। দিনটো কেতিয়া পাৰ হয় তালৈহে খাপ পিটি ৰ'ল। ৰুকায়েক ভোগৰাম আজি দিনটো নায়েই। ৰাতি ওলাবহি পাৰে। সি মানুহটো বেয়া হ'ল। টকা-পইচা হোৱাৰে পৰা সি গাভৰু ছোৱালী থকা মানুহৰ ঘৰত চাহ আৰু তামোলৰ জুতি লৈ ফুৰা হ'ল। ঢলপুৰীয়াৰ এটাই এৰা তিৰোতা এজনীৰ লগত তাৰ বেয়া সম্বন্ধ হৈছে। তাইক সি ধুন মাৰিবলৈ পইচা দিয়ে। এই কথা বহুতেই জানে। তৰুলতায়ো জানে। আজিকালি তৰুলতাৰ মনত দুখ। ল'ৰা-ছোৱালী কেইটাৰ মুখ চাইহে সান্ত্বনা পাই আছে। বাসন্তীয়ে ভাবিলে, তাই আজি গুচি গ'লে তৰুলতা ঘৰ অকলশৰীয়া হৈ পৰিব। মনৰ কথা কৈ দুখ পাতলাবলৈ এটি দ্বিতীয় প্ৰাণী নেপাব।

গধূলি বাসন্তীয়ে ভাত খাব নোৱাৰিলে। তাইৰ অলেখ চিন্তা। কিজানি ধৰা পৰি যায়! দিনতে তাই টোপোলা এটা ঘৰৰ এচুকত কোনেও নেদেখাকৈ ৰাখি থৈছে। সেই টোপোলাত ধনঞ্জয়ৰ চিঠিখন লুকাই ৰখা গাঁৰুটোও আছে। অৱশ্যে সেইটো গাঁৰুৰ ভিতৰত সোণৰ গহনা কেইপদো থৈছিল। কাৰণ ঘৰত থকা

অৱস্থাত ভাল গহনা পিন্ধিব নোৱাৰি। সকলোৰে চকুত পৰিব। তদুপৰি গহনা কেইপদ লগত নিনিলে ধনঞ্জয়ে সোনকালে গঢ়াই দিব পাৰিব জানো ? তাৰ পা-পইচা কিমান আছে তাই নেজানে। কিজানি তাৰ পা-পইচা আছে। কালি ৰুপুক বুঢ়ী আহি ক'লে যে সি হেনো তাৰ ঘৰটোৰ দুটা কোঠা বঢ়াইছে। উস, তাৰো যে হেঁপাহটো! তাইক ৰাজৰাণী কৰি নেৰাখিলেহে হৈছে!

ভাত খাবৰ সময়ত ভোগৰাম প্ৰায়ে নেথাকে। বাসন্তীহঁত শুবৰ সময়তহে দুৱাৰত ঢকিয়ায়হি। আজিও সি ৰাতি দহমান বজাত ওলালহি। তাৰ মাতটো শুনি বাসন্তীৰ আজি খং উঠিল। তাই ভাবিলে,—ইয়েই হ'ল সকলো যত-কুটৰ ঘাই। যিটো মানুহে ধনঞ্জয়ক সাধাৰণ মানুহ বুলি ভাবে আৰু ঘৃণা কৰে, সেইটো মানুহক ভায়ো বেয়া পোৱা উচিত। ঘৃণা কৰাও উচিত! তাইৰ ককায়েকৰ প্ৰতি প্ৰতিশোধৰ ভাব হ'ল। ধনঞ্জয়ৰ লগত পলাই যোৱাৰ ইচ্ছাটো বেছি প্ৰবল হ'ল। ওপজা ঘৰখনৰ মায়া এৰি যাবলৈ মনটো দৃঢ় হৈ পৰিল। তাই সঠিক ভাবি পালে,—পলাই যোৱা মানেই হ'ল সন্মানলোভী ভোগৰামক অপমান কৰা আৰু তাৰ ওপৰত প্ৰতিশোধ লোৱা। সি এই দৰেই এসেকা পাওক আৰু বুজি লওক যে গাভৰু ছোৱালীৰো এটা মন আছে। সিহঁতৰো একোটা নিজৰ ইচ্ছা আছে আৰু সিহঁতেও পৰিয়ালৰ চলিত নীতিক নেওচা দি নিজে সুখী হ'ব পাৰে।

আগ ৰাতি বতৰ ডাৱৰীয়া দেখি তাইৰ মনটো সেমেকি গ'ল। ধনঞ্জয় নাও লৈ নাহিব নে কি? নিশ্চয় আহিব। শেষ ৰাতিও যদি বতৰ এনেকুৱা হৈ থাকে, তেতিয়াও ঘোৰ অন্ধকাৰ নহ'ব। বাট-পথ মনিব পৰা হৈ থাকিব। তদুপৰি, ফৰিংফুটা জোনাক বেয়াহে!

ককায়েক ভোগৰাম হুৰ্ঘোৰ টোপনিত। তৰুলতাও নিশ্চয় শুলে। কাৰণ কোঠাত চাকিটো জ্বলি থকা নাই। বাসন্তী শুই আছে মাকৰ লগত। মাকৰ আকৌ আগ ৰাতি টোপনি নেথায়।

ভালেমান পৰলৈকে যোৱা একাকি ভুনভুনাই থাকে,—'মোকে কৃপা কৰা হৰি এ, দান্তে ধৰোঁ তৃণ, মাথে ধৰোঁ তৃণ, তুমি কৃপাময়ক নেজানো অত দিন।' মাকৰ টোপনি অহালৈকে মাজ-ৰাতি পাৰ হৈ গ'ল। বাসন্তীয়ে আজি দুৱাৰত শলখা দিয়া নাই। পোনতে শোৱাৰ আগতে দুৱাৰখনত শব্দ কৰি শলখা মাৰিলে; কিন্তু অলপ পৰৰ পাছত বাহিৰলৈ যোৱাৰ অজুহাত দেখুৱাই আকৌ কোঠাত সোমোৱাৰ সময়ত দুৱাৰৰ পাত চুচলাহে জপালে। শব্দ হ'ল যদিও শলখা নেমাৰিলে।

আজি আকৌ প্ৰথম কুকুৰাই ডাক নিদিব নে কি? কিয় নিদিব? তাই আঁকৰী কাৰণেহে এনেকৈ ভাবিছে। প্ৰকৃতিৰ নিয়ম লঙ্ঘন নহয়। কুকুৰা, ডাউক, সখিয়তী, বালিমাহী আনকি কেৰ্কেটুৱাটোও প্ৰকৃতিৰ লগৰে একোটা। ইহঁতে জোন-বেলি-তৰাৰ দৰেই। ইহঁতে সকলো কাম সময় মতে কৰে। আজিও ভেলেউ-তলত থকা তোলন কছাৰীৰ ঘৰৰ কুকুৰা কেইটাই ডাকিব—'লঙ্কা কু-উ-উ কু-উ-উ।'...

গোহালিৰ গৰু পোৱালি এটাই হেম্বে হেম্বে কৰিছে। এইটোও শেষ ৰাতি হোৱাৰ লক্ষণ নে কি? কাজলী গাইজনীৰ চাৰি-মহীয়া পোৱালিটো যে এনে মৰম লগা! তাই চোঁতালত থিয় দিলে সি চেঁকুৰি আহি তাইৰ কাপোৰত মুখ দি শুঙে। হাতৰ তলুৱা চেলেকে। সুত লাগি যায়। ঘৰৰ আনলৈ যে পাভচিলালৈ গৈ মনত পৰিবই, এই অজান গৰু পোৱালিটোলৈও মনত পৰিব। উপায় নাই। মায়া আৰু পীৰিতি দুয়োটা একে বস্তু নহয় নে কি? এটা ডাঙৰ প্ৰশ্নই বাসন্তীক বেছি অস্থিৰ কৰি তোলে।

এইবোৰ ভাবিলে নহ'ব। তাইৰ মন থিৰ কৰিবৰ সময় হ'ল। সেয়া উঁই-চিৰিঙা কেইটাই চিঁ চিঁ কৰিছে। তেনেহ'লে প্ৰাণীজগতে সাৰ পাইছে। কুকুৰাই ডকা নাই যদিও শেষ ৰাতি হ'বৰ উপক্ৰম হৈছে। বাসন্তীয়ে আলিত গাড়ীৰ চকা শিলগুটিত ঘঁহনি খোৱাৰ শব্দ শুনিছে। তেনেহ'লে সোন্দৰ-পামৰ মানুহে গাড়ী লৈ চহৰলৈ

গ'লেই। নিশ্চয় মাজ ৰাতি ভাগিল। কিয়নো, এইবোৰ মানুহে ভৰা চাই ৰাতি কিমান হৈছে থিৰ কৰে। তাই দুটা নাম নজনা চৰাইবো মাত শুনিলে। নীলুহঁতৰ কুকুৰটোৱেও ভেউ ভেউ কৰিছে। সোনামুখীৰ হাবিৰ ফালৰপৰা ফেউৰাৰ মাতো তাইৰ কাণত পৰিছে। তাইৰ বুকুখন চিৰিং কৰি উঠিছে। অজান আশংকাই তাইক খুলি খুলি খাইছে ? এৰা, এটাৰ লগত পলাই যাবলৈ সাহস লাগে, মনোবল লাগে, অলপ নিঠুৰো হ'ব লাগে।

মাক, ককায়েক, নবৌয়েক আৰু কণ কণ ভতিজা কেইটালৈ তাইৰ এই মুহূৰ্তত খুব মায়া উপজিছে। সিহঁতৰ প্ৰত্যেককে বেছি আপোন আপোন লাগিছে। সিহঁত প্ৰত্যেকেই তেজৰ আপোন। সিহঁতৰ প্ৰতি টানটো স্বকীয়া। সিহঁতে সিহঁতৰ এইটো বয়সত পীৰিতিৰ মোল সুবুজিব পাৰে। সেই বুলি তাইৰ ভাল হ'লে সিহঁতে জানো আনন্দ নেপাব ? ককায়েক ভোগৰামক তাই বেয়া পায় নে ? নবৌয়েকেহে তাক অইন কাৰণত বেয়া পায়। মাকেও আজিকালি তাৰ গৰম গৰম কথা শুনি তাক "ধনৰ পকৰাই পাইছে, সি ওভোত-গোৰে নাচিছে" বুলি কয়। কিন্তু সেইটো ককায়েককনো তাই কোন সতে বেয়া বুলিব ? সিয়েই নোহোৱা হ'লে বাপেক মৰাৰ পাছত ঘৰখন লাং লাং থাং থাং হ'লহেঁতেন। তাই এতিয়াৰ দৰে গুণাৰ বন কৰা মেখেলা আৰু ভইলৰ চাদৰ পিন্ধক ছাৰি পৰৰ ঘৰতহে কাম কৰিব লাগিলহেঁতেন। আৰু ধননো কাক নেলাগে ? পাৰোঁতেনো সোণাইপৰীয়া মানুহে কয় নে,—মাছ দেখিলে বগলী কণা, ধন দেখিলে পুৰুষ কণা ? ধন ঘটিব নোৱাৰাবোৰেহে ধন-সোণ সকলো অসাৰ বুলি কৈ পণ্ডিতালি কৰে !

কাইলৈ পুৱা নবৌয়েক তৰুলতাই তাইক নেদেখি তেনেই ভাগি পৰিব। হয়তো ৰাউচি জুৰি কান্দিব। কন্দাৰ পাছত বুকুত মৰম ৰাখিও তাই বাসন্তীক গালি পাৰিব। হয়তো ক'ব,—গাভৰু ছোৱালী আৰু ঘঁটীয়া-শিঙৰা একে বস্তু। পিছে তৰুলতাজনীক যে বাসন্তীৰ ইমান ভাল লাগে ! যৌৱনকাল [ছোৱাত তৰুলতাইহে

তাইৰ সুখৰ-দুখৰ সগৰী আছিল। তৰুলতাই যে আনৰ আগত বাসন্তীৰ গুণ গাই কিমান গৰ্ব কৰে!

এইজনী মাক। কাঠ এডালৰ দৰে পৰি আছে। এইজনী মাক যে কিমান মহৎ! দহ মাহ, দহ দিন তাইক জঠৰত ৰাখি আৰু সকতে তাইৰ লেদেলা উকটি কিমান কষ্ট ভুগিছিল। কি জানি এতিয়াও তাইকে কেন্দ্ৰ কৰি কত সপোন ৰচিছে। গাভৰু জীয়েকক চাই চাই চাগে কত বাৰ নিজৰ গাভৰু অৱস্থাৰ ছবি দেখিছে আৰু কত মধুৰ সোঁৱৰণে চাগে মনত দহকঠীয়া ফুলৰ দীঘ-বাণি বৈছে।

এস্, তাইৰ মনটো দেখোন মুৰকৰ পৰত বৰ কোমল হৈ পৰিছে। ঘৰখন পৱিত্ৰ সত্ৰ যেন লাগিছে। ঘৰৰ সকলোকে খুব ভাল লাগিছে। সিহঁতলৈ মৰম চেনেহে অন্তৰ নধৰা হৈছে। ওপজা ভেঁটিটোও এই নিজম ৰাতি মুখৰ হৈ পৰিছে। তাই সাত পাকত বান্ধ খাইছে।

হঠাতে তাইৰ ভৰিৰপৰা মূৰলৈকে কঁপনি উঠিল। তোলন কছাৰীৰ ঘৰৰপৰা কুকুৰাৰ ডাক শুনিলে। প্ৰথম কুকুৰাৰ ডাক— 'লঙ্কা কু-উ-উ কু-উ-উ, কুউ কুউ লঙ্কী কু-উ-উ কু-উ-উ।' সময় হ'লেই। তাই এই মুহূৰ্ততে মন থিৰ কৰিবৰ হ'ল। কপুক বুঢ়ীৰ কথাষাৰ তাইৰ কাণত বাজিল,—"মন কটকটীয়াকৈ বান্ধিব লাগে। এইবোৰ লেহুকা মনৰ কাম নহয়।" ভাবিলে, ধনঞ্জয়েওতো তেনেকুৱা এটা ইংগিত চিঠিখনত দিছে: "মই জানো, ওপজা ঘৰখন এৰিবলৈ, বুঢ়ী মাৰাক বা আনক এৰিবলৈ তোমাৰ কাৰণে টান হ'ব। কিন্তু মই জানো পৰ?......"

চিঠিখনৰ এই কেইটা কথাই নিমিষতে তাইক মনোবল দিলে। বাঁওকালৰ কাষলতিৰ তলত টোপোলাটো ল'লে। এটা হাতেৰে শুই থকা মাকৰ ভৰি ছুই সেৱা কৰিলে। ওঁঠ দুখন লবাই শবদ নকৰাকৈ ক'লে—বৌ, তই মোক ক্ষমা কৰ। মাথোঁ এবছৰলৈহে দুখ সহিব লাগিব। পাছত যেতিয়া কোঁচত কেঁচুৱা লৈ ঘৰ সোমাম, তেতিয়া জী-জোঁৱাইক দেখি জানো তই মনত হৰিষ নেপাবি!

হাতত-সাৰে ভৰিত-সাৰে তাই কোঠাটোৰপৰা ওলাল। দুৱাৰৰ পাত দুচলা লাহেকৈ জপাই থ'লে। গছৰ পাত এটা লবোৱাৰ সমানো শব্দ নহ'ল টোপোলাটো মাটিত থৈ ওপজা ভেঁটিটো আঁঠু কাঢ়ি সেৱা কৰিলে। মাটি অকণমান সেঁওতাত লিপিলে। আকৌ মুখৰ ভিতৰতে ক'লে,—হে ঘৰৰ লখিমী, মোক তুমি আশীৰ্বাদ দিয়া। অপৰাধ ক্ষমা কৰা।

তুলসী জোপাৰপৰা পাত এটা ছিঙি গুডি চালে আৰু দুটা পাত পিন্ধি থকা ব্লাউজৰ ভিতৰলৈ সুমুৱাই দিলে। এবাৰ ওপৰলৈ চালে। আকাশৰ জোন ওলোৱা অংশত ডাৱৰ নাই। জোনটোৱে যেন তাই নওঠা কৰি চাইছে।

পাছফালৰ বাৰীৰ সিমুৰেই ঠাসুৰা-ঘাট। তাই সেই ফালে এখোজ এখোজকৈ আগ বাঢ়িল। তাইক উত্তৰ আৰু দক্ষিণে দুটা শক্তিয়ে পৰস্পৰ বিপৰীত দিশে টানিছে। তথাপি, লাহে লাহে ঘাটৰফালেহে শৰীৰটো আগুৱাই গৈছে। জোনৰ পোহৰত দেখা পাইছে কাকিনি তামোল জোপাৰ থোকত কেৰ্কেটুৱাই খুটিছে। গাগিনীয়ে পাতল পাখিৰে মাটি-কঁঠালৰ পাতত শ্ৰুতিমধুৰ শব্দ তুলিছে। তাই গৈ আছে। কাঠঃখালা চৰাইটোৱে অলপ পৰ ঠোঁটেৰে কাঠত শব্দ তোলা নাই। কিজানি তাইকে চাইছে। দলংঘাটৰপৰা বৰগীতৰ সুৰ ভাঁহি আহিছে। হয়তো কোনোবা ভক্তিমান নাৰবীয়াই গাইছে—"বাছৰি গৌৰী গোপাল প্ৰাণ নেহাৰি কোকাৰয় শ্বাস, নয়নে জুৰে নীৰ, বয়নে পুৰিত বাৰি।....."

ঘাটটো পাবলৈ আৰু দুই নলমানহে বাকী। মোকাল-বাঁহ-জোপাইহে ঘাটটো ঢাকি ৰাখিছে। দুজোপা ক'লা জামুৰ মাজৰ ফাঁকেদি তাইৰ গাত জোনৰ পোহৰ পৰিছে। ঘাটৰ ফালে কোনো-পধ্যে তাইৰ ভৰি নচলে। দুগালে চকুলো বৈছে। ঘনাই ঘনাই উশাহ সলাইছে। জোনৰ পোহৰেও তাইৰ গাটো চেলেকি পেলাইছে।

তাই কেইখোজমান আগ বাঢ়ি গ'ল। মোকাল-বাঁহ থকা

মেচটো পাৰ হ'ল। সোণাইখন দেখা পালে। নাওখনৰ এটা টিং দেখা পালে। ইছোৱা আজাৰ গছৰ ছাঁই ঢাকি থৈছে। নাৱৰ ওপৰত বগা কাপোৰ পিন্ধা মূৰ্ত্তি এটা চকুত পৰিল। এইটো নিশ্চয় ধনঞ্জয়। ইটো মানুহ চকুত নপৰিল যদিও বিৰিৰ এমূৰৰ জুই দেখা পালে। সেই বিৰি হুপি থকা মানুহটোৱেই ঘোগোনা ঘাটুৱৈ?

হঠাতে তাইৰ এটা নতুন চেতনা হ'ল। হাতৰ আঙঠিটোত চকু পৰিল। তাই আঙঠিটোলৈকে একেৰাহে চাই ৰ'ল। এইটো আঙঠিয়েই মথুৰাৰ মাকে তাইক পিন্ধাইছিল। এইটো আঙঠি পিন্ধায়েই মথুৰাৰ মাকে তাইক নিজৰ ছোৱালী যেন জ্ঞান কৰি কৈছিল,—"আৰু দুদিনৰ পাছত আমি জানো তোৰ আপোন নহ'ম?" তেওঁৰ বা তাইক কিমান আশা-ভাৰসা কৰি বোৱাৰী কৰিবৰ হাবিলাষ!" আঙঠিটোৰ বাখৰ কেইডোখৰ জোনৰ পোহৰত জিলিকিছে। যেন তাইৰ অচিন সেই মথুৰা নামৰ ডেকাটোৰহে আশা-আকাঙ্ক্ষা জিলমিলাইছে! কাইলৈ বাৰু সেই অচিন মানুহটোৰ অপমান নহ'ব নে? ককায়েক ভোগৰামে যে কাইলৈৰ-পৰা চাৰি-পাঁচখন গাৱঁত মুখ দেখুৱাব নোৱাৰা হ'ব। আৰু তাই পলাই যোৱা বাবে সেই সন্তাপতে যদি মাক মৰি যায়? কাইলৈ যদি "তোৰ চক্ৰান্ততে এনে হ'বলৈ পালে" বুলি ভোগৰামে তৰুলতাকে ঔ-কিল শোধায়?

সিহঁতে নাৱৰপৰা তাইক দেখে বুলি তাই কঁঠাল এজোপাৰ গা-গছত পিঠি দি থিয় হ'ল। আঙঠিটো খুলি দলিয়াই পেলোৱাৰ কথা ভাবিলে যদিও নোৱাৰিলে। এনে কৰিলে পাপ হ'ব। তাই হিন্দুৰ ঘৰৰ জীয়াৰী। ঈশ্বৰক সাক্ষী ৰাখি তাইক আঙঠি পিন্ধোৱা হৈছে। সেই দিনা তাই তামোল-পাণেৰে সজোৱা বৰ-শৰাইৰ আগত আঠু লৈ সেৱা কৰিছে। সকলো ধৰণৰ সেৱা কৰাই হ'ল 'ভগৱন্ত-বস্তু'ক সেৱা কৰা। তাই সেই দিনাৰপৰাই ধৰ্মৰ নীতি-নিয়মেৰে আন এঘৰৰ আৰু আন এজনৰ হৈ গ'ল। তাই সেইজন পুৰুষক ফাঁকি দিব নোৱাৰে। আৰু, এতিয়াইলৈকেতো ধনঞ্জয়ে

তাইৰ দেহাটো ছুৱা কৰিব পৰা নাই। তাই এতিয়াও পবিত্ৰ কুমাৰী।

এই নৈতিক চেতনা অলপ পৰৰ পাছতে বেছি প্ৰবল হৈ উঠিল আৰু তাই কোনো ফালে নেচাই লৰি ছুৱাৰৰ ওচৰ পালেহি। লাহেকৈ ছুৱাৰখন খুলি টোপোলাটো এচকুত লুকুৱাই থলে। ছুৱাৰৰ ওচৰলৈ আহি জোৰেৰে শলখা মাৰিলে। মাকে হয়তো সাৰ পালে। ছোৱালী বাহিৰলৈ গৈছিল বুলি ভাবি অনাহকতে মাত নিদিলে। তাই বিচনাত পৰিল। গোটেই গাটো জ্বৰে ঘমা দিলে।

অলপ পৰৰ পাছত কুকুৰাই দ্বিতীয়বাৰ ডাক দিলে। তাই ভাবিলে, সিহঁত চাগে নাৱেৰে এতিয়া মানে পাভচিলা পালেগৈ। বাটত চাগৈ ধনঞ্জয়ে ইমান অপমান পোৱাৰ পাছতো যোগোনা ঘাটুৱৈক তাইৰ বিৰুদ্ধে একো কোৱা নাছিল। এই চিন্তা মনলৈ অহাৰ লগে লগে তাইৰ ওঁঠ দুখন বতাহে কঁপোৱা গছ-পাতৰ দৰে কঁপিবলৈ ধৰিলে। তাই কেঁচুৱা ছোৱালী এজনীৰ দৰে শব্দ কৰি ফেঁকুৰিবলৈ ধৰিলে। মাক সাৰ পাই সুধিলে, "বাসন্তী, তোৰ কি হ'ল?" তাই খোকাখুকি মাতেৰে ক'লে, "বৌ, তোৰ কথা ভাবিয়েই বেজাৰ লাগিছে। মই যে তোক এৰি এঘৰলৈ গ'লে তই যে গোটেইখন শূইন্ দেখিবি আৰু মোৰো যে মৰাৰ সমান দুখ লাগিব!"

মাকে মাথোন প্ৰবোধ দি ক'লে, "আঁকৰী, সেই কাৰণেই হ'বলা এনেকৈ ফেঁকুৰিব লাগে! মই ভাবিছিলোঁ,—তোৰ কিবা অসুখ-বিসুখ হ'ল হ'বলা! জীয়াৰী ছোৱালীয়ে কেৱল মাকৰ মন জুৰালেই হ'ল নে? এইটো 'সামাইন্' কথাও বুজি নেপালি?..."

॥ চৈধ্য ॥

সেই দিনাৰপৰা বাসন্তীৰ বিয়া সোমাবৰ বাবে মন বান্ধিবলৈ সহজ হ'ল। দিনবোৰ নিৰবে পাৰ হৈ গ'ল। বিয়াৰ দিন পালেহি।

তেতিয়াহে বাসন্তীয়ে মথুৰাৰ বিষয়ে আগ্ৰহ প্ৰকাশ কৰিলে। তাৰ সকলো ভু ল'লে। নবৌয়েক আৰু মাকে তাইক আন এঘৰত কেনেকৈ চলিব লাগে,—এই বিষয়ে মাজে মাজে উপদেশ দি থকা হ'ল।

জোৰণৰ দিনা দৰাঘৰে দিয়া অলংকাৰ আৰু সাজ-পাৰ পিন্ধি তাই আন এখন সংসাৰৰ সুখৰ চিন্তা কৰিলে। তাইৰ মন মথুৰা-মুখী কৰিবলৈ চালে। ভালেমান দিনৰ আগতে মাকে কোৱা কথা কেইটাকে তাই জীৱনৰ সাৰথি কৰি ল'লে। মাকে তাইক এদিন কৈছিল, "তিৰোতা আচলতে ভাল হ'লে যি-কোনো পুৰুষেই তাইক লৈ সুখৰ সংসাৰ কৰিব পাৰিব।...তিৰোতাই যি-কোনো অৱস্থাৰ লগত নিজক খাপ খুৱাব জানিলেহে সুখী হ'ব পাৰে।"

সচৰাচৰ হোমৰ গুৰিলৈ অহাৰ সময়ত কইনাই এসোঁতা কান্দি লয়। ওচৰত থকা মাইকী মানুহখিনিয়েও চকু ছলছলীয়া কৰে। সেই সময়ত বাসন্তীয়েও কান্দিছিল। তৰুলতা আৰু মাক সুজলাৰ গালেদিও চকুপানী সোৰা-পাতি বৈ গৈছিল। কিন্তু দৰাৰ ওচৰত বাসন্তীক বহুৱাই দিয়াৰ লগে লগেই তাই এজনী সুকীয়া ছোৱালী হৈ পৰিল। তাইৰ চাদৰৰ আগটোৰ লগত মথুৰাৰ চাদৰৰ আগ বান্ধি দিয়া হ'ল। তাই মথুৰাৰ লগত অভিন্নতা অনুভৱ কৰিলে। পূত-মন্ত্ৰই মনক নতুন জীৱনৰ সন্ধান দিলে। পৱিত্ৰ কুশবনেৰে তাইৰ আঙুলি এটা মথুৰাৰ আঙুলি এটাৰ লগত বান্ধি দিয়া হ'ল। সিহঁত অগ্নি-সাক্ষী কৰি দাম্পত্য জীৱনত বান্ধ খালে। ঘৰ হোম পোৰা হৈ গ'ল। বাসন্তীৰ জীয়াৰী কালটো নিমাত অতীতে সামৰি ল'লে। তাইৰ শিৰৰ সেন্দুৰ আৰু ওৰণি চিৰকলীয়া হ'ল।

দৰাক ঘৰ গচকাবৰ সময়ত মাকে জোঁৱায়েকক কিবা-কিবি উপদেশ দিয়া শুনি বাসন্তী আচৰিতেই হ'ল। মাকে যে পহিলাতে লগ পোৱা মানুহটোক নিজৰ ল'ৰাক কোৱাৰ দৰেই কথা কৈছে। সিও সুজলাক অকপট ভক্তিৰে ভৰি চুই সেৱা কৰিছে। সুজলায়ো

সুৰত ধৰি অন্তৰ-ঢালি আশীৰ্বাদ দিছে। এদিনৰ ভিতৰতে দুখৰ মানুহ মৰমৰ জৰীৰে বান্ধ খাইছে!

হোমৰ গুৰিত ৰহাৰ সময়ত বাসন্তীয়ে কাষতে মথুৰাৰ উপস্থিতি-টোহে অনুভৱ কৰিছিল। বুকুলৈকে ওলমি থকা ওৰণিখন নথকাহেঁতেনো তাই বাইজৰ আগত মথুৰাক চাব নোৱাৰিলে-হেঁতেন। তাইৰ মথুৰাক চাবলৈ খুব হেপাহ হৈছিল। ভাবিছিল। মথুৰাৰো বাৰু তাইক চাবলৈ মনটো খু-দুৱাই থকা নাই নে? তাই ওৰণিৰ ফাকেদি তাৰ হাত আৰু ভৰিহে দেখা পাইছিল। এবাৰ চকা-মকাকৈ মুখখন দেখিছিল যদিও তাৰ চেহেৰা সম্পৰ্কে একো অনুমান কৰিব পৰা নাছিল।

কিন্তু এতিয়া ভিতৰত ওৰণিখন চুটি হোৱাৰ কাৰণে তাক ভালকৈ এবাৰ চাই ল'বলৈ সুচল ওলাল। মথুৰা মানুহটো আগতে শুনাৰ দৰেই সভা-শুৱনি মানুহ। মুখত পৱিত্ৰতা আৰু কৌমাৰ্য্যৰ প্ৰতিচ্ছবি আছে। প্ৰথম দৰ্শনতে তাইৰ তাক খুব আপোন লাগি গ'ল। ওখ প্ৰায় ছ-ফুটৰ ওচৰা-উচৰি। আটিল দেহটো কাৰ্য্যক্ষম হ'ব বুলি সহজে ধৰিব পাৰি। শোৱালকুচীয়া পাটৰ পঞ্জাৰী চোলাটোৰ মুৰৰ বুতামটো খোলা আছে কাৰণে বহল বুকুখন আৰু সুগঠিত যেন লাগিছে। বুকুৰ দুডাল-এডাল নোম পঞ্জাৰী চোলাটোৰ দাঁতিয়েদি বিৰিঙিছে কাৰণে দেখি আৰু ভাল লাগিছে। বাসন্তীৰ অকস্মাতে এটা কথা মনলৈ আহিল। তাই ভাবি পালে যে মথুৰা কোমল মনৰ মৰমিয়াল মানুহ হ'ব। তাই ক'ৰবাত শুনিছিল যে বুকুত নোম থকা পুৰুষ এনেকুৱা হয়। বুকুখন কিজানি খাল হ'ব। এইটো ভাল লক্ষণ। 'কপাল ওখ বুকু খাল, সেই পুৰুষৰ লক্ষণ ভাল।'

দৰাৰ লগত যোৱাৰ আগত বাসন্তীয়ে মান দি ককায়েকক সেৱা কৰাৰ সময়ত চকুৰ পানী মাটিত টোপা-টোপে পৰিল। 'এই চকু পানী দুখৰ নহয়। ককায়েকৰ প্ৰতি অশেষ কৃতজ্ঞতাৰহে। ঘৰ এৰিবৰ সময়ত তাইৰ মনটো উদাস হৈ পৰিল। তাই বহুত

পলমকৈ ভাবি পালে যে মাটিৰ মানুহ সদায় ভাল-বেয়াৰ সমষ্টি। ভাল-বেয়াৰে পৃথিৱীখনো। তথাপি পৃথিৱী ৰূপহ, মোহময় আৰু চিৰ-নতুন।

বহুতক কন্দুৱাই আৰু নিজে কান্দি-কাতি তাই পাল্কীত দৰাৰ বাঁওকাষে বহিল। বাসন্তী নতুনৰ সন্ধান বিচাৰি দৰঙিয়াল গাঁৱৰ ফালে আগ বাঢ়ি গৈ থাকিল। তেজী ঘোঁৰাই টনা পাল্কীৰ পৰা তাই নিজৰ গাওঁখনলৈ চালে। গাওঁখন তাইৰ চকুৰ আঁতৰ হ'ল যদিও তৰুলতা, মাক, ককায়েক আৰু ভতিজা কেইটালৈ চেৰেং-চেৰেংকৈ মনত পৰিল। মাক আৰু তৰুলতাই চাগৈ এতিয়া সজল-চকুৰে তাইৰ কথাই ভাবি আছে? ভতিজাক কেইটাই কিজানি ফেঁকুৰি আছে। "ককায়েকে চাগৈ আন কাৰোবাক কৈছে— আজিৰপৰাহে ঘৰখন জ'ই পৰিব। তাই বৰ ঘৰ-জিনা ছোৱালী আছিল।......

পাল্কীৰ পাছ-ফালে আহি থকা বৰযাত্ৰীৰ আনন্দ-ৰোল তাইৰ কাণত পৰিছে যদিও ৰাউচি জুৰি বায়ু মতলীয়া কৰা কালিৰ মাতটোৱে তাইৰ ঘৰ এৰাৰ দুখ তীব্ৰতৰ কৰিছে।

হঠাতে তাই ফেঁকুৰি পেলালে। মথুৰাৰ কাণত পৰিল। সি তাইৰ পিঠিত হাত দিলে। তাই শিহৰণ অনুভৱ কৰিলে। আগেয়ে নেদেখা পুৰুষজনে যে হাত দিছে, সেয়া তাৰ বৈধ অধিকাৰ। সি ক'লে, "নেকান্দিবা। মোৰ বেয়া লাগে নহয়?" তাৰ মাতটো মিঠা। তাইৰ অন্তৰখন শাঁত পৰিল। এৰা, এইজন পুৰুষে মৰম দিব পাৰিব। ভাল মানুহ। এনেকৈ সি প্ৰবোধ দিব নেজানাহেঁতেন বা নিদিয়াহেঁতেন তাইৰ হিয়াখন শূইন পৰি থাকিলহেঁতেন। পুৰুষৰ এষাৰ প্ৰবোধ বচনেই হেজাৰ দুখ পাতলাব পাৰে। ভাওনা এখনৰ কথা তাইৰ মনত পৰিল: ৰাজকুমাৰী 'ৰুক্মিণী'কো স্বয়ং ভগৱন্ত কৃষ্ণই প্ৰবোধ দিছিল। পীত-বস্ত্ৰেৰে 'আঁখি-মুখ' মচি ক'বলগীয়া হৈছিল—'কি কৰব সিংহক শৃকৰসৱ আয়া। হামাকু শপত তাপ তেজহু জায়া॥"... . ...

ম'বাপুৰৰ ছুমাইল পুবে থকা দৰঙিয়াল গাৱঁলৈ বাসন্তী পূৰ্বতে ছুদিনমান আহিছিল। এইখন গাৱঁো ম'বাপুৰৰ নিচিনাই। মাথোন সোণাইখন ইয়াতে ঘোৰ খাইছে। মথুৰাৰ ঘৰৰ আগ ফালেই সোণাই। কাৰণ ঘৰটো উত্তৰ-মুখী।

বাহী-বিয়াৰ দিনাই বাসন্তীৰ শাছুৱেক, শহুৰেক আৰু ননদহঁতক বেছ আপোন যেন লাগিল। ননদ ছুজনী,—পাৰুল আৰু পুতুলী—বেছ ৰাংঢালী ছোৱালী। খোবা-খুবুনীত তিনিটা খাহীৰে ৰাইজক ভোজ-ভাত খুওৱা হ'ল। দৰা-কইনাক কেন্দ্ৰ কৰি ভালেমান ডেকা-গাভৰুৱে ৰং-ৰহইচ্ কৰিলে। ৰাতি ভালেখিনি আগুৱাই গ'ল। বাসন্তীৰ খুব ভাল লাগিল। গঞাই তাইক পছন্দ কৰিছে, কোনোবাই কৈছে, "ছোৱালীৰ 'লইখুণ' ভাল। দেখিবলৈও গোসানী যেন। ভগীৰথ দেদাই, আপোনাৰ ল'ৰাৰ তেনেই ছুবেগেতীয়া কপাল।" কোনোবা তিৰোতাই শাছুৱেকক কৈছে, "ল'ৰাই-ছোৱালীয়ে বেছ যোৰ হৈছে। ভণিতা বাই, তোৰ ৰোৱাৰীয়েৰে একঠা খুৱাব। দীঘল মুখৰ পহু-ডিঙীয়া ছোৱালী যিঘৰত সোমায়, সেই ঘৰ মানুহৰ ছুদিনতে চাৰিওফালে জয়-জয়-ময়-ময় হয়।" আলেঙে আলেঙে এইবোৰ অভিমত শুনি বাসন্তী 'গৰৱত' ফুলি উঠে। তাইৰ আত্ম-বিশ্বাস জাগে। এজন পুৰুষক ৰূপ আৰু মৰমেৰে বশ কৰিবলৈ সহজ হ'ব বুলি ভাবে।

আজিৰ ৰাতিটোৱেই জীৱনৰ আটাইবোৰ ৰাতিতকৈ বেছি বিশেষত্বপূৰ্ণ। এনে এটা ৰাতিয়েই সকলোৰে চিৰদিনলৈ মনত থাকে। বস্তুতে এনে এটা ৰাতিলৈকে আশা আৰু কল্পনাৰে অপেক্ষা কৰে। এনেবোৰ ৰাতিতেই ডেকা-গাভৰুৰ আশা-আকাঙ্ক্ষা, আৰু মৰম-বাসনাই সামাজিক স্বীকৃতি লাভ কৰি দেওধনি নাচে।

তিনিখন খিড়িকীৰে 'আহল-বহল কোঠাটোত বিচনাখন ইমান ধুনীয়াকৈ কোনে সজাই থ'লেহি, বাসন্তীয়ে ক'ব নোৱাৰিলে। কোঠাটোৰ অগৰু-চন্দনৰ গোন্ধে তাইৰ মনত সংকোচ, ভয় আৰু অনুৰাগৰ জোৱাৰ তুলিছে। পুতুলী, পাৰুল আৰু ওচৰৰে ৰোৱাৰী

এজনীয়ে এইটো কোঠালৈ তাইক ঠেলি-হেঁচি সুমুৱাই দিওঁতে তাইৰ যে মৰাৰ সমান লাজ লাগিছিল। মথুৰাও এই দৰে অপ্ৰস্তুত হৈ ইয়াত সোমালে তাইৰ বাৰু কেনে লাগিব ? লুকাই-চুৰকৈও তাৰ মুখলৈ চাব নোৱাৰিব। তৰুলতালৈ তাইৰ মনত পৰিল। তাইৰ জীৱনলৈ,—বহুতৰ জীৱনলৈও—এনে এটা দিন আহিছিল। এনে এটা দিনেই আৰু এনে এটা দিনৰ জল্পনা-কল্পনাই চাগৈ গাভৰুৰ চকুত ডেকাক দেৱতা কৰে।

খিড়িকীয়েদি তাই ভুমুকিয়াই চালে। বাহিৰত জোনাক। জোনৰ পোহৰে কচু-ঢেঁকীয়াৰ থোৰ কেইডালকো ৰজনীগন্ধাৰ ৰূপ দিছে। তিনি-চাৰি নল নিলগেদি বৈ যোৱা সোণাইখন যেন সোণাই নহয়, "শৰতৰ চন্দ্ৰাৱলী ৰাতিৰ যমুনাহে।—বিকশিত বৃন্দাবনত প্ৰাণৰ যমুনা। এৰা, তাই কুমাৰী দেহাটো হেৰুওৱাৰ আগ মুহূৰ্ত্তত এনেকৈ ভবাই ভাল। এনেকৈ নিজক খাপ খুৱাই লোৱাই বুদ্ধিমতীৰ কাম। ধনঞ্জয়ৰ কথা তাইৰ মনলৈ আহিছে যদিও সেই স্মৃতি ধূসৰ, অস্পষ্ট, স্থিতিহীন। সি সময়ৰ সোঁতত বিহু-মেটেকাৰ দৰে উটি-ভাঁহি অচিন সীমান্তত মিলি যাওক।

হঠাতে তাইৰ চিন্তাৰ সোঁতত যতি পৰিল। চুচুক্-চামাক্ কৰি মথুৰা কোঠাটোত সোমালহি। দুৱাৰখন জপালে। লেমৰ ফিতাডাল বঢ়ালে। অলপ সময় এনেয়ে থিয় দি থাকিল। এবাৰ বাসন্তীৰ ফালে চালে আৰু পাটৰ পঞ্জাৰীটোৰ জেপৰপৰা কাগজ দুখন আৰু ফাউণ্টেন পেনটো উলিয়াই টুলখনৰ ওপৰত থ'লে। এবাৰ চুলিখিনিত হাত ফুৰালে। আকৌ খিড়িকীৰ পৰ্দাৰ ওপৰ ভাগেদি কোঠাত সোমোৱা জোনৰ পোহৰ লক্ষ্য কৰিলে।

বাসন্তীয়ে তৰুলতাই কোৱামতে তামোলৰ বটাটো মথুৰাৰ ভৰিৰ ওচৰত থৈ সেৱা কৰিলে। সি মুখেৰে একো নেমাতি তাইৰ চুলিত হাত বুলালে আৰু বিচনাত বহিল। সি ক'লে "আহা, বহা।" তাই ভয় সংকোচ কাতি কৰি থৈ তাৰ ওচৰত বহিল। তাইৰ আঙুলি কেইটা জিবিকি-বিদাৰি সি সুধিলে, "তোমাৰ ঘৰলৈ মনত পৰিছে নহয় ?"

"নাই পৰা।"

"মোলৈ তোমাৰ ভয় লাগিছে?"

"ওহো"

কিন্তু বাসন্তীৰ সৰ্ব-শৰীৰ থৰ-থৰকৈ কঁপিছে। মাতটো ডিঙিতে লাগি ৰৈছে। তথাপি তাৰ মুখলৈ ভেলেউজনী হৈ চাই আছে। তাইক যেন সি ইন্দ্ৰজালহে কৰিছে। সিও ওৰণি গুচাই তাইৰ মুখলৈ মন্ত্ৰ-মুগ্ধ হৈ চাই আছে। সেই চাৱনিত লালসাতকৈ মৰমৰ প্ৰাচুৰ্য্য বেছি।

"তোমাক ঘৰতো এইটো নামেৰেই মাতে?" মথুৰা বুধিয়ক। সি এটা প্ৰশ্ন বিচাৰি পায়েই।

"হয়। মোক ঘৰত মতা স্বকীয়া নাম নাই।"

"এইটো নাম কোনে দিছিল?"

"পেহীয়ে।"

"মোৰ হ'লে দুটা নাম।"

"কি কি?"

"গাৱত মথুৰা। বাহিৰত মনধন মণ্ডল। চৰকাৰৰ ঘৰতো নামটো আছে মনধন বুলিহে। মোৰ হ'লে এইটো নামহে ভাল লাগে। মথুৰা এখন ঠাইৰ নামহে? নাম দিওঁতাই আকৌ সেই নাম মানুহত খটালে।" সি নিজৰ ৰসিকতাত নিজে ভোল গৈ হোঁ হোঁ কৰি হাঁহিলে।

"মই যদি 'ধন' বুলি মাতো?"

"বেয়া নেলাগিব। অ' নহয়,—বৰ ভাল লাগিব।"

সি তাইৰ মুখখনত মৰমেৰে হাত বুলাই দিলে। তাই সংকোচ কৰি মুখখন আঁতৰাই নিনিলে। তাই যেন তাৰ চকুত ভাস্কৰ্য্যৰ কাৰুকাৰ্য্য।

"তুমি বৰ ধুনীয়া;—অ' নহয়,—বৰ বেছি ধুনীয়া।"

"সঁচা?"

"আমাৰ বিয়াখন যেনেকুৱা সঁচা ঘটনা, ঠিক তেনেকুৱাই সঁচা।

অ' ভুল কৰিছোঁ। ধুনীয়া হোৱাটো ঘটনাৰ ভিতৰত নপৰেই। এৰা, মই যি কৈছোঁ,—মানে তুমি শুৱনি,—এয়া জোন-বেলিৰ দৰে সঁচা।"

"একেবাৰে উকীলৰ পানী-নসৰকা কথা!"

"তাৰ জহতে একঠা মোকোলাই খাইছোঁ। মগুলে জানো কমবোৰ জেঙা মাৰি ফুৰিব লাগে? মুখখন গধুৰ হ'লেই আমাৰ কালে টেকেলি-কাতি।"

"কথাবোৰ যে!"

"বাৰু, মই মানুহটো হোলোংগোজ দফলাটোৰ দৰে?"

"বাবু চেহেৰাৰ। সভা-শুৱনি।"

"এস, নহয়। মই চাল-কোমোৰাটোৰ দৰে আগে-শুৰিয়ে সমান।"

"কোনে কৈছে?"

"মই নিজে।"

"ক'লেই হ'ল নে?"

"এনেকৈ নক'লে দেখোন তোমাক হাঁহি উঠা কথা ক'বলৈ আৰু একো বিচাৰি পোৱা নাই।"

"সেইবুলি নিজক বেয়াকৈ ক'ব লাগে নে?"

"স্ফুৰ্তি পাও।"

সিহঁতৰ নিঃশব্দ হাঁহিৰ ৰগৰ লাহে লাহে নাইকিয়া হ'ল। মথুৰাৰ হাত দুখন তাইৰ মুখৰপৰা ক্ৰমাত নামি আহিবলৈ ধৰিলে। ৰাতিৰ নিবিড়তাই বাসন্তীক মথুৰাৰ বুকুলৈ টানি নিলে। তাইৰ পোনতে খুব আচৰিত লাগিল। শৰীৰেদি তেজৰ সোঁত উচ্ছল বেগেৰে বলে যদিও আত্মসমৰ্পণ কৰাটো বৰ নোপোৱা-নোপোজা কথা যেন লাগিল। যেন কিবা এটা ডাঙৰ ব্যতিক্ৰম। কিন্তু তাৰ যে অধিকাৰ আছে। তাইৰো।

তাই মুখখন ঢাকি পেলালে। আঙুলিৰ ফাকেদি লক্ষ্য কৰিলে, তক্তা এচলাৰ ওপৰত দুগিলাচ গাখীৰ। শাহু-আয়েকৰ নিৰ্দেশ মতে পাৰলে থৈ গৈছিল। তেনেহ'লে এই ৰাতি প্ৰত্যেকে এগিলাচ

গাখীৰ খাব লাগিব? ৰাত্তিৰ নতুন থৰথৰ ভাগৰ আৰু মধুৰ অৱসাদ নাইকিয়া কৰিবলৈকে এনেকৈ সকলোৱে গাখীৰ খায়? তেনেহ'লে গোপন হিয়াৰ লালসাই আৰু লাজ লাজ লগা ৰাত্তিৰ আকাঙ্ক্ষাই এটা নৈতিক সন্মতি পায়। ইয়েো যে 'জোন-বেলিৰ দৰে সঁচা।'

চুটি চুটি উশাহেৰে তাই ক'লে, "ধন, লেমটো………"

মুখত মুখ লগাই সি সুধিলে, "লেমটো কি?"

তাই লাজ কাতি কৰি থৈ ক'লে, "লাজ লাগে। লেমটো যদি…"

সি লেমটো নুমাই দিলে। মাথোন খিড়িকীয়েদি অহা জোনৰ কাহিলি কাহিলি পোহৰেহে কোঠাটোৰ আন্ধাৰবোৰ পাতল কৰিলে। সেই আন্ধাৰে প্ৰথম পৰিচিতিৰ সকলো লাজ-সংকোচ নাইকিয়া কৰিলে। নতুন অনুভূতিৰ সোৱাদ ল'ব বিচৰা দুটি প্ৰাণীৰ খন্তেক আগৰ আচৰণ-শুদ্ধ মন দুটি বাসনাৰ প্ৰচণ্ডতাই বাষ্পীভূত কৰিলে। এটি দেহ এটি দেহৰ ওচৰলৈ সৰীসৃপ গতিৰে আগবাঢ়ি গ'ল। তৃপ্তি-সন্ধানী দুটি দেহৰ একক ৰূপান্তৰে ৰাত্তিৰ নিৰৱতা আৰু অন্ধকাৰ বেছি গোপন আৰু বেছি মোহনীয় কৰি তুলিলে। জোনাক ৰাঙলী হ'ল। দুটি দেহ এটি হোৱা পুৰুষ-প্ৰকৃতিৰ সৃষ্টিৰ ইন্দ্ৰজাল-তৰঙ্গৰ এটি ছন্দ, এটি ৰাগ—দেহ দেহত বিলীন হোৱাৰ, সনাতন উদগ্ৰ কামনাৰ।……

॥ পোন্ধৰ ॥

বাসন্তীয়ে ঘৰখন আনন্দমুখৰ কৰি তুলিলে। পুতুলী আৰু পাৰুলে নবৌৱেকৰ লগকে এৰিব নোখোজে। বোৱাৰীৰপৰা আদৰ-যতন পাই ভণিতা আৰু ভগীৰথ প্ৰশংসাত পঞ্চমুখ। বিয়াৰ আগতে মথুৰাই ৰাতি ভালেমান পৰলৈকে গাৰ'ত তাচ খেলাই ফুৰিছিল। আজিকালি সি সন্ধিয়াতে ঘৰ সোমায়। আঠ-মণ্ডলা খোৱাৰ

পাছত এদিন ননদইঁতৰ লগত বাসন্তীক মথুৰাই চহৰত চিনেমা দেখুৱাই আনিলে। সিহঁত দুটাই বিয়াৰ প্ৰথম মাহ খুব ঘূৰিলে। বেবেজিয়াৰ মাহীয়েকৰ ঘৰত ন-ছোৱালীৰ ঘৰ গচকালে। তাৰ পাছত মাগুৰাগাওঁ, ৰূপহী, ভালুকমাৰী কপাহেৰা আৰু ৰহালৈ গ'ল। ৰহালৈ এটা চাৰ্কাচ-পাৰ্টি আহিছিল। বাসন্তীৰ কপাল ভাল। তাইক চাৰ্কাচো দেখুৱালে। মথুৰাৰ খুব গৰ্ব। তাৰ মানুহজনীৰ ৰূপৰ প্ৰশংসা ভালেমানৰ মুখে শুনিছে। সিহঁতৰ লগৰ হাচান মণ্ডলৰ মাকেও কৈছিল, "দেখি মন জুৰ পৰিল দে, মনধন। তহঁত দুটাক দেখিলে এনে লাগে, এহালি চাকৈ-চকোৱাইহে যেন সোণাইৰ চাপৰিত চৰিছে।"

বিয়াৰ পাছৰ্ত বাসন্তীৰ মাক আহিছিল। ঘৰখন দেখি বুঢ়ীৰ মনত সন্তোষ লাগি গ'ল। লগতে তৰুলতাও আহিছিল। তাই বাসন্তীক ইংগিত থকা কথা কৈ জোকালে। ভোগৰাম চহৰলৈ যাবৰ হ'লে, এবাৰ সোমাই যায়েই। বাসন্তীৰ মনত সুখ। চাৰিওফালে উভৈনদী সুখ। কিন্তু এটা কথাতহে তাইৰ মনটো মৰি যায়। এদিন নবৌয়েকৰ মুখে শুনিলে যে ভোগৰামে আগৰ অবৈধ সম্পৰ্কটো ছেদ কৰিব পৰা নাই। কথাটো আজিকালি সুজলায়ো জানে। সেই দুখতে বুঢ়ীৰ অসুখটো বাঢ়িছে। ফাঁহ-লগা কাহটোৱে ৰাতি শুবলৈকে নিদিয়ে। ভোগৰামে চহৰৰপৰা ডাক্তৰী দৰব আনি দিয়ে। বুঢ়ীয়ে তালৈ ক্ৰোধ থকাৰ কাৰণেই দৰব নোছোৱেই। কয়, "মোৰ কাৰণে তহঁতে কিয় ইমান চিন্তা কৰিছ? মৰিবৰ দিন আহিলে দৰবে কি কাম কৰিব? ভোগৰামে অনা দৰব নেখাওঁ। ঘৰত পাপ সোমাইছে তৰু! ইমানতে প্ৰভুৱে মোক পাৰ কৰাই ভাল।"

ঈশ্বৰত বিশ্বাস থকা বুঢ়া-বুঢ়ীয়ে যদি মৰোঁ বুলি ভাবে আৰু মৰিবলৈ ইচ্ছা কৰে, সেই মতে মৰেই। এনে দৃষ্টান্ত কেইবাটাও বাসন্তীয়ে পাইছে। তাই ভাবে, দৰঙিয়ালত থাকোঁতেই তাই পানী এচলু নিদিয়াকৈয়ে যদি মাক মৰে, সেই সন্তাপে তাইক বহুত

দিনলৈ শাস্তি নিদিব। এদিন কান্দি কান্দি কথাটো মথুৰাক কোৱাত সি কেৱল ক'লে, "এইবোৰ ভাবি মনটো গেলাইছা কিয় ? কপাল থাকিলে নিজৰ মনৰ মতেই কাম হ'ব। মাৰালৈ ভক্তি আছে যেতিয়া মাৰাক আচল সময়ত পাবাই।" তাই সান্ত্বনা পালে।

পিছে বিয়া হোৱাৰ তিনি মাহ পাৰ হৈছেহে এথোন, এনেতে বাসন্তীৰ জীৱনলৈ বা-মৰলী আহিল। এই প্ৰচণ্ড বা-মৰলীয়ে তাইৰ সকলো সুখ আৰু সপোন ধূলিসাৎ কৰিলে।

কথাতে কয় বোলে, কথা বুলিলে বতাহ। মথুৰাই এদিন গাওঁৰ গেলামালৰ দোকান এখনৰ সমুখত ভালেমান মানুহে খুব আগ্ৰহেৰে কিবা এটা আলোচনা কৰা শুনিলে। সিও জুমৰ মাজত থিয় হ'ল। তাৰ উপস্থিতিটোও মানুহে মন নকৰিলে। আলোচনা চলিল। কথাটো হ'ল, আগ দিনা ৰাতি ঢলপুৰীয়াৰ মানুহে ভোগৰামক বান্ধি থৈছিল। পুলিচৰ ভয়তহে দিনত তাক খুলি দিলে। অৱশেষত হেনো সি বাঘজালত পৰিল। ঢলপুৰীয়াৰ এটাই এৰা বিজাত অথচ দীপ-লিপ তিৰোতাজনীৰ লগত তাক ওচৰৰ মানুহে হাতে হাতে ধৰা পেলালে।

ধনী মানুহ এটাৰ চৰিত্ৰ-দোষৰ সন্দেহ পাই মানুহৰ মুখৰ খজুৱতি মাৰিবলৈ চেলু ওলাল। মেলেকী তিৰোতাই কথাৰ লাচতে কেইখনমান বেছিকৈ তোমাল খাই সেলেঙি বোৱাবলৈ সুবিধা পালে। মথুৰা যিটো জুমত থিয় দি আছিল, সেইটো জুমৰে মানুহ এটাই কোৱা সি শুনিবলৈ পালে, "এৰা, ধন নামে চাণ্ডাল। সি দুটা পইচা ঘটিয়েই মাটিত ভৰি থ'ব নোখোজা হ'ল। মগজত পাপ সোমালে আৰু কি ৰক্ষা ? ন-ধনীৰ ঘৰৰ ছোৱালীবুলো কি সজ্জাত ? তাৰ ভনীয়েকজনী,—সেই আমাৰ মথুৰাই অনাজনী— হ'বলা শুদা-বিধৱ ? পাভচিলাৰ সেই দৰব-জাতি দি ফুৰাটোৰ

লগত বোলে ভালকৈ লটি-ঘটিখন হৈ গৈছিল। তাই হেনো ৰাতি পলাই যাবলৈকে ওলাইছিল।” এই কথা শুনি এটাই সুধিছিল, “তই, দধি কাই, উৰহী গছৰ ওৰটো ক’ত পালি?” মানুহটোৱে কৈছিল, “সোণাইৰ পাৰৰ নাৰৰীয়া কেইটা আৰু পোহাৰী কেইজনী জীয়াই থাকোঁতে, কথা জানিবলৈ গড়্‌গাৰ্‌ৰ চোৰাংচোৱা লাগিছে নে?…”

আৰু কথা শুনিবলৈ মথুৰাৰ ধৈৰ্য্য নহ’ল। কোনেও দেখা নোপোৱাকৈ সি জুমৰ কাষৰপৰা আঁতৰি আহিল। ঘৰলৈ আহিয়েই সি আচৰিত আচৰণ দেখুৱালেহি। সি বাসন্তীক কঠিন সুৰেৰে ক’লে, “শুনিছা নে ককায়েৰৰ কীৰ্তি?”

“কি হ’ল?”

“বৰ মানুহৰ পুতেক ঢলপুৰীয়াত হাতে হাতে ধৰা পৰিলা। ইমানেই কৰিব নেলাগিছিল। তিৰোতাজনীৰ মেখেলাখন তাৰ মূৰত পিন্ধাব লাগিছিল।”

“ভালকৈ নকয় কিয়?”

“লম্পট ককায়েৰক ঢলপুৰীয়াত বান্ধি থৈছিল।”

বাসন্তীয়ে সকলো বুজি পালে। এতিয়া চাগে তাইৰ মৰমৰ নবৌৱেকজনীৰ কি অৱস্থা হৈছে! কিন্তু তাতকৈ তাইৰ দুখ লাগিছে মথুৰাৰ ব্যৱহাৰত। সি কেতিয়াও এনেকৈ কথা নকয়। আজি সি ভালেমান যুক্তি দি তাইক প্ৰবোধহে দিব লাগিছিল! ককায়েকৰ অপযশনো কোন ভনীয়েকে সহিব পাৰে? মথুৰা হঠাতে ইমান নিদয় হৈ পৰিল!

সেই দিনাৰপৰা মথুৰা সুকীয়া মানুহ হৈ পৰিল। ধনঞ্জয়ক সি চিনি পায়। সেয়েহে তাৰ গাৰ পোৰণি উঠিল। দৰঙিয়ালৰ কলীয়া কেৰাণীৰ ঘৰৰ লগত সিহঁতৰ মনোমালিন্য আছে। সেয়েহে দুদিনৰ পাছতে কলীয়াৰ পুতেক ঘনকান্তই চম্পকৰ ঘৰৰ বৰ-সবাহত বেয়া ইংগিত দি কথা কৈ মথুৰাক থকা-সৰকা কৰিলে। ওচৰৰ মানুহ কেইটাই ঘনকান্তৰ ফালেহে জোৰ দিলে।

লাহে লাহে কথাটো মথুৰাৰ মনত ভালকৈ খোপনি পিটি বহিল। সি বাসন্তীক তাৰ একো ইংগিত নিদিলে যদিও তাৰ কথা আৰু কামত বাসন্তীয়ে অজান বিপদৰ আশংকা গণিলে। আজিকালি সি বিয়াৰ আগৰ দিনবোৰত অহাৰ দৰে ৰাতি পলমকৈ ঘৰ সোমায়হি আৰু বাসন্তীৰ ফালে পিঠি দি শোৱে। ঘৰত থকা সময়কণ অনবৰত কিবা-কিবি-ভাবি-গুণি থাকে। ভিতৰত পুতুলী আৰু পাৰুলহঁতে হাই কৰিলে সি জমদগ্নিৰ ৰূপ লয়। মণ্ডল কামতো তাৰ হেলা। কাপোৰ-কানি পিন্ধাৰো যতন নোলোৱা হ'ল। পেঞ্চন পোৱা টেকেলাৰ দৰে জলো-জপৌকৈ থকা হ'ল। বাসন্তীৰ অনুৰোধ আৰু আন্তৰিক ইচ্ছা সি গণ্য নকৰা হ'ল। জোনাকৰ দৰে কোমল মনটো অতি কম দিনৰ ভিতৰতে জেঠ-মহীয়া ৰ'দৰ দৰে উগ্ৰ হ'ল। কথাই কথাই খং উঠা হ'ল। বাসন্তীয়ে যদি কয় "একেটা কামিজকে কিমান দিন পিন্ধি থাকে? তেনেই ওলোম-জোলোম হৈ পৰিছে। এইটো পিন্ধকচোন"—তেতিয়া সি তাই পিন্ধিবলৈ দিয়া কামিজটো দলি মাৰি দি কয়, "নেলাগে লেৰেলা সাদৰ দেখুৱাব! মই যিহকে নিপিন্ধো লাগে।"

"আজিকালি ভাতৰ পাতত বহি আপুনি উঠি আহে। এগৰাহ ভাত বেছিকৈ খাবচোন। তেহে গাত শকতি হ'ব।" বাসন্তীয়ে এদিন ক'লে।

"নেলাগে ডাক্তৰণীৰ বক্তৃতা দিব! তুমিয়েই সুখেৰে খাই-বৈ বীৰাঙ্গনা হোৱা।" মথুৰাই সমিধান দিলে।

"ৰূপৱীয়াইনো ইমান ৰ'দত ক'লৈ ওলাই যায়? আপোনাক যে দিনটো মই নেপাওঁৱেই।" বাসন্তীয়ে আন এদিন কৈ চালে।

"তুমিনো মোৰ ওপৰত কিহৰ 'এক্তিয়াৰ' খটুৱাবলৈ আহিছাহে? এতিয়া তোমাৰ অনুমতি লৈহে ওলাব লাগে নে কি? বুইছা, এই কালৰ পুৰুষ তিৰোতা-সেকুৱা নহয়।" সি সমিধান দিলে।

মথুৰাৰ কথাবোৰ ইমান কৰ্কশ যে কথাৰ সুৰটোৱে কোৱা কথাখিনি বেছি ভয়ানক কৰি তোলে। বাসন্তীয়ে টান কথা শুনি

আৰু হেজাৰ চেষ্টা কৰিও মথুৰাক আগৰ দৰে কৰিব নোৱাৰিলে। কেবা ৰাতিও উচুপি উচুপি কান্দিলে। মথুৰাই তথাপি তাইক কি হৈছে বুলি সুসুধিলে। এদিন তাই ৰাউচি জুৰি কান্দিছিল। কাষৰ কোঠাৰপৰা পুতুলী আৰু পাৰুলে শুনিছিল যদিও মাত দিয়া নাছিল। ভগীৰথ আৰু ভণিতায়ো শুনি নুশুনা ভাও জুৰিছিল। কাৰণ মতা-তিৰোতাৰ দন্দৰ আদি-অন্ত, হেতু-অহেতু নাই। আসৈ বুজা টান। তেনে দন্দত মাত লগোৱাও বিপদ। এইটো জনা কথা যে মতা-তিৰোতাই দন্দ লাগি আকৌ নিমিষতে পিঠাটো যেন হৈ পৰে। পিছে বাসন্তীৰ এই হিয়া-ভগা কান্দোনে মথুৰাৰ মন গলাব পৰা নাছিল! সি দমদমাই উঠিছিল। কৈছিল, "যখিনীৰ দৰে কান্দি থাকিবলৈ কিহে পাইছে? শুবলৈও নিদিবা নে কি?" তাই ফেকুৰি ফেকুৰি অন্তৰৰ সকলো বেদনা ঢালি কৈছিল, "মই বাৰু কি জগৰ লগালোঁ? কওক, মোৰে শপত, কওক। নক'লে মই কেনেকৈ জানিম? মই যদি বেয়া, কৈ পেলাওক। আপুনি ভবাৰ মতে হ'বলৈ চেষ্টা কৰোঁ। মোক এইকণ সুবিধা দিয়ক। মোক দুখ দি বাৰু আপুনি কি ভাল পায়?" মথুৰাই একো মতা নাছিল। সি হুমুনিয়াহ কাঢ়িছিল। বাহিৰলৈ উঠি গৈ বিৰি ছুপি আছিল আৰু এঘণ্টাৰ মূৰত কোঠাত সোমাই নিজক নিজে কোৱাৰ দৰে কৈছিল, "মোৰ মনত থকাখিনি ক'ব লাগিলে আৰু মোৰ লগত তোমাৰ থকা নহ'ব। তিৰোতাই পুৰুষক মূৰুখ বুলিয়েই ভাবে। অতি চালাকীৰ গলত জৰী যে আছে নেজানেই।"

এই কথা শুনাৰ লগে লগে বাসন্তীৰ মূৰটো ঘূৰিবলৈ ধৰিলে। কাণ দুখন হো-হোৱাবলৈ ধৰিলে। তাই অৱশ হৈ পৰিল। গাটো জ্বৰে ঘমা দিলে। মুখৰ মাত হৰিল। তাই আৰু মথুৰাক শুনাই কিবা এটা কোৱাৰ প্ৰয়োজন-বোধ নকৰিলে। দুৰ্ভাগ্য কিজানি তাইৰ পেথৰ সংগী। এজনক বহু কষ্টেৰে পৰিত্যাগ কৰি এজনৰ লগত শান্তিৰেই দিন পাৰ হৈছিল। কিন্তু যি কাৰণে বিবাহিত জীৱনত সংকট আনিব পাৰে বুলি আশংকা কৰিছিল আৰু সেয়ে নহ'বলৈ

তাই সন্তৰ্পণে প্ৰভুক খাটিছিল,—এতিয়া সেয়ে হ'ল। মথুৰাই নিশ্চয় তাইৰ বিষয়ে কিবা-কিবি শুনিলে। তাই ভাবিলে, ধনঞ্জয়ৰ লগত মনৰ আংশিক বুজা-পৰা হৈছিল আৰু গাভৰু কাৰণেই তালৈ আকৰ্ষণ উপজিছিল,—এইখিনি সঁচা কথা কৈ দিলে মথুৰাই সকলো সন্দেহ আৰু জটিলতা এৰি পেলাব নে? তাই তাক কান্দি কান্দি সঁচা কথা ক'ব। চুলি ছিঙি কাকুতি কৰি তাই ক্ষমা-ভিক্ষা খুজিব। সি যে খুব ভাল মানুহ। আৰু এই কেইমাহৰ ভিতৰতে যে তাক খুব বেছি ভাল পাই পেলাইছে। সি যে বিকল্প নহয়। তাৰ প্ৰণয় যে সাম্প্ৰতিক সত্য!

কিন্তু তাই সেই কথা হেজাৰ চেষ্টা কৰিও ক'ব নোৱাৰিলে। সাহ নহ'ল দাৰুণ বিপদৰ আশংকাই তাইৰ কণ্ঠৰোধ কৰিলে। বাহিৰলৈ হেলাই-হেঁপাই ওলাই আহি মূৰত এচলু চেঁচা পানী লৈ আকৌ বিচনাত পৰিল। গিৰিয়েকো পৰি থকা বহল আৰু কোমল বিচনাখনে যেন তাইক হুলে বিন্ধাদি বিন্ধিবলৈ ধৰিলে।

কেই দিনমানৰ মূৰত ম'ৰাপুৰৰ মানুহ এটাই ভগীৰথ কাননগুৰ ঘৰত খবৰ দিলেহি যে বাসন্তীৰ মাকৰ নৰিয়া বৰ টানেই। বেজী দিয়াইছে। ৰাতি পৰ দিবলগীয়া হৈছে। সুজলাৰ জী-জোঁৱাইক চাবৰ খুব ইচ্ছা হৈছে।

ইয়াকে শুনি বাসন্তী অস্থিৰ হৈ পৰিল। ভণিতা আৰু ভগীৰথে পুতেকক কাৰা আদেশ দিলে,—বাসন্তীক মাকৰ ওচৰলৈ নিবলৈ। সি কিন্তু অচল-অটল। সি জবাব দিলে, "মোৰ তিৰোতা আৰু তাইক নিয়া-নিনিয়াটো মোৰ কথা। আনৰ মাত মাতিবলৈ কি আছে?" সি শেষত মাক-বাপেককো কেৰেপ নকৰা হ'ল। মিতিৰৰ লগত বেয়া হয় বুলি ভগাৰথ কাননগু নিজেই সুজলাক চাবলৈ ওলাল আৰু সেই দিনাই সন্ধিয়া আহি ঘৰত খবৰ দিলেহি যে বেমাৰীক একেলগে কেবাটাও বেমাৰে পীড়িছে। ডাক্তৰৰ বেজীয়ে সম্প্ৰতি গুণ দিছে। ভণিতাই সুধিলে, "ইহঁত কি কাৰণে নগ'ল বুলি সিহঁতক ক'লে?" ভগীৰথে সমিধান দিলে, "ক'লোঁ যে

মথুৰা এই কেইদিন চাহৰতে আছে। মই নিজে গাড়ী-গুড়াৰ সুবিধা কৰিব নোৱাৰিলোঁ।”

ইয়াকে শুনি বাসন্তীৰ মনটো কিছু সময় শান্ত পৰিল। মথুৰাৰ পিছে এইবাৰহে আক্ৰোহ হ'ল। পুৰুষ হ'ল বুলি সি তাইক ইমান অত্যাচাৰ কৰিব কিয়? বেমাৰী মাকক চাবলৈ যাবলৈ নিদিয়াটো কেৱল অত্যাচাৰেই নহয়, পাশৱিক নিষ্ঠুৰতাও। ৰাতি তাই আগৰ দৰে নেকান্দিলে। কিন্তু শুব নোৱাৰিলে। পুৱা শোৱা কোঠালিতে দৃঢ় মাতেৰে তাই মথুৰাক ক'লে, “মই বাৰু কিবা জগৰ লগাইছোঁ। কিন্তু বৌৱে কি দোষ কৰিলে? আপুনি মোক নিকিনা গোলাম যেন পাইছে।” সি একে দৃঢ়তাৰে উত্তৰ কাটিলে, “মই তোমাক ধৰি-বান্ধি ৰাখিছোঁ নে কি? গুচি যোৱা। একেবাৰে নাহিলেও হ'ব।”

“তেনেহ'লে বিয়ানো পাতিলে কিয়?”

“এৰা, মোৰ ভুল হ'ল।”

‘আপুনি মোক কিবা এটা ডাঙৰ সন্দেহ কৰিছে নহয়?”

‘সন্দেহ কৰিবৰ প্ৰয়োজন নাই। কাণ দুখন থাকিলেই হ'ল।”

এইষাৰ কথা মথুৰাই অন্তৰৰপৰাই ক'লে। অকস্মাতে তাইৰ ওচৰত খোলোচা হ'বলৈ চেষ্টা কৰিলে তাৰ মুখত বিচাৰকৰ তিখা-কঠিন গাম্ভীৰ্য্য।

বাসন্তীয়ে ক'লে, ‘তেনেহ'লে আনৰ ৰহণ দিয়া কথা শুনাতকৈ মোৰ নিজ মুখৰ কথাই শুনি লওক।”

মথুৰাই ঘপহ কৰে তাইৰ মুখৰ ফালে চালে আৰু ভালেমান পৰ চায়েই ৰ'ল। কিজানি তাই সঁচা কথা ক'ব নে নক'ব,—তাকে মুখ চাই নিৰুপণ কৰিলে। তাৰ তাইলৈ দয়াও হ'ল। সি তাইক ক'বলৈ অনুমতি দিলে।

বাসন্তীয়ে মথুৰাক আতুৰ জীৱনৰ একমাত্ৰ সাৰথি বুলি ভাবি সকলো আৱেগ সানি ধনঞ্জয়ৰ লগত তাইৰ কেনে ধৰণৰ সম্পৰ্ক আছিল, সেই সম্পৰ্কত যে অকণো শুচিতা ভংগ নহৈছিল আৰু

কেনেকৈ সেই সম্পৰ্ক ক্ৰমাত বাঢ়ি হঠাতে নাইকিয়া হৈছিল আদি সঁচা কথাই ক'লে। কিন্তু ঠানুৱা-ঘাটত তাই তাৰ বুকুত সোমোৱাৰ কথা আৰু বাতি, তালৈ পলাই যাবলৈ মনস্থ কৰিও পলাই নোযোৱাৰ কথাটো নক'লে। আখ্যান শেষ কৰি তাই পাৰেমানে কান্দিলে আৰু মথুৰাৰ হাত এখনত ধৰি জোকাৰি জোকাৰি একেলগে কেবাবাৰো সুধিলে, "কওক, আপুনি মোক ক্ষমা কৰিছে? সন্দেহ দূৰ হৈছে?"

মথুৰা শিলৰ মূৰ্তিৰ দৰে নিশ্চল হৈ ৰ'ল। মাথোন চকু চলচলীয়া পৰিল। ঘামে পিন্ধি থকা গেঞ্জিটো তিয়াই পেলালে। সি একো নেমাতি ওলাই আহিল। বাসন্তীয়ে বুজিলে, সি আগতকৈ বেছি হতাশ হৈছে। তাই শোৱনি-ঘৰৰ ভেঁটিত অৱশ হৈ শুই পৰিল।

চোঁত লত চোঁচৰাই নিয়া চাইকেলখনৰ শব্দ শুনি তাই লৰালৰিকৈ ওলাই আহিল আৰু দেখিলে, কান্ধত পেলাই থোৱা কামিজটোৰ সৈতে মথুৰাই চাইকেলখন কুঁহিয়াৰ-শালনত আউজাই থাম দিছে।

তাই সুধিলে, "জা-জলপান নোখোৱাকৈনো পুৱাই কোন ফালে যায়?"

সি আন ফালে চাই উত্তৰ দিলে, "ভালেমান নিলগলৈ যাম। মোৰ 'লাট'ত বহুত কাম হৈছে।"

"কিন্তু মোৰে শপত, আজি নেযাব। মই এটা বেয়া সপোন দেখিছিলোঁ।"

"হাঃ চৰকাৰে তোমাৰ সপোনৰ কথা ক'লে মানিব নে?"

তাইৰ কথালৈ কাণসাৰ নিদি সি চাইকেলত উঠিল। বাসন্তীৰ বুজিবলৈ বাকী নেথাকিল যে সি বিনা-কামতহে ওলাই গৈছে।

গেলামালৰ দোকানৰ আগত মানুহ চাৰিটা আছিল। সি সিহঁতৰ 'ভাল নে মণ্ডল' 'কোন ফালে যোৱা' আদি প্ৰশ্নৰ উত্তৰ নিদি চাইকেলেৰে পোন বাট ধৰিলে। মানুহ কেইটাৰ মাজত কোৱা-কুই হ'ল:

"দুই এদিনৰ ভিতৰতে মত্তগজ-মানুহটো তেনেই চেৰেমা পৰিল। ইয়ো চাগৈ ভু পালে। এইবোৰ কথা শুনি নি সি কি শান্তিত বাস কৰিব।"

"এৰা, তাৰ অন্তৰত চকুৰ জুই জ্বলিছে। কি মানুহটো যে কি হৈ পৰিল। ডাঢ়ি মুখুৰায়. চুলি সাঁৎণ নলগায়, কথা নেপাতে। শুনিছোঁ বোলে সি আজিকালি চপডেপুটিৰ অফিচলৈকো হাজিৰা দিবলৈ নেযায়।"···

মথুৰা শিলগুটি দিয়া ৰাজ-আলি টাত উঠিলগৈ। তাৰ গাত আজি বাকুকৈয়ে জুই জ্বলিছে। নানা ধৰণৰ চিন্তাই তাৰ বাহ্যজ্ঞান নোহোৰা কৰিছে। ইমান দিনে পৰৰ মুখৰ কথাত সি পতিয়ন যোৱা নাছিল। বাসন্তীক বেয়া ব্যৱহাৰ কৰিছিল যদিও মনৰ অন্তৰালত তাইলৈ মৰম আছিল। এতিয়াও তাইৰ প্ৰতি মৰম.টা আছে কাৰণে বেছি অসহায় অনুভৱ কৰিছে। তায়েই যে তাৰ জীৱনত প্ৰথম নাৰী। কিন্তু তাইৰ নিজ মুখেই পৰৰ কথাৰ লগত ভালেখিনি মিলি যোৱা আখান শুনি সি বেছি ভাগি পৰিছে। সি ভাবি পাইছে, তাই নিশ্চয় ধনঞ্জয়ক দেহ-মনৰ সকলো মাধুৰী বাকি দি আহিছে। নাৰী হৈ তাই ইমানখিনি ক'ব নোৱাৰো। সেইখিনি সৎ সাহস তাইৰ থাকিব নোৱাৰে। তাই কি ছলনাৰে বিকল কৰিব পৰা তিৰোতা? ধুনীয়া হোৱাটোৱে তাইক ছলনা কৰাত সহায় কৰিছে? সি উভয়-সংকটত পৰিছে। সি আত্মঘাতী জটিলতাত পৰিছে। তাৰ প্ৰেম, তাৰ আকাঙ্ক্ষা আৰু তাৰ আশা-শুধীয়া ভবিষ্যত-সপোন বিনা দোষতে ব্যৰ্থ হৈছে। বাৰে বাৰে তাৰ মনলৈ আহিছে,—তাইৰ নিজ মুখে শুনা পীৰিতিৰ কথা বিশ্বাস কৰিবই লাগিব। ইয়াতকৈ বেছি কিবা ঘটিব পাৰে। ইয়াতকৈ একো কম হ'ব নোৱাৰে। সি পুৰুষ হৈ, স্বামী হৈ, সহে কেনেকৈ?···

আজি ৰাজ-আলিত বাছ-মটৰ বহুতো। দলংঘাটৰ বজাৰৰ দিন। ভেনেট্, ডিজেল-ট্ৰাক আৰু জীপ-গাড়ীৰ অহা-যোৱা ঘন

হৈছে। ধূলিৰ প্ৰকোপত অহা-যোৱা কৰিব নোৱাৰি। মথুৰাৰ বিশেষ কাম নাছিল। সি এনেয়েহে বজাৰৰ ফালে আহিছে। দলংঘাট বজাৰত তাৰ ধনঞ্জয়ক লগ পাবৰ ইচ্ছা। পিছে সি ধনঞ্জয়ক নেপালে। পাণ্ডচিলাত মথাউৰি এটা চৰকাৰে বন্ধাই দিয়াৰ কথা আছিল। কিন্তু এতিয়ালৈকে একো নহ'ল। এই সম্পৰ্কেই ধনঞ্জয় চিলঙলৈ গৈছে।

দুপৰীয়া সি ঘৰৰ ফালে আহি থাকিল। ঘৰমুৱা হৈ সি বেছি অশান্তিহে পালে। কি সুখ লাভ কৰিবলৈ সি আজিকালি ঘৰলৈ যাব? সি তেনেই উদাসীন হৈ পৰিছে। পুৰণি স্মৃতিবোৰ তাৰ মনত ধুঁৱলী-কুঁৱলী লাগিছে।

শিলগুটি দিয়া ৰাজ-আলিটোৰে সি এমাইলমান নৌ-আহোঁতেই বজাৰ বাছৰ অহা-যোৱা ঘন হ'ল। বজাৰ ভগাৰ সময় হ'ল। তাৰ বাছ-মটৰ অহা-যোৱাৰ প্ৰতি লক্ষ্য ৰাখিবলৈ সতৰ্কতা নোহোৱা হৈছে। আনকি মটৰে উৰুওৱা ধূলিয়ে মুখ বগা কৰিছে। ৰুমাল-খনেৰে মুখখন মোহাৰিবলৈ বা মুখত সোপা দিবলৈও সি পাহৰি গৈছে। মটৰৰ হৰ্ণ আৰু গুমগুমনিও তাৰ কাণত পৰা নাই। সি যেন ধ্যানযোগী। পৰম নিস্তব্ধতাইহে যেন তাৰ ধ্যান-ধাৰণা তীব্ৰ কৰিছে। যাতায়াতৰ নিয়মমতে চাইকেল নচলোৱাত কোনোবাখন মটৰৰ চালকে অসুবিধা পাইছে। মটৰ ৰখাই তাক কটু কথা কৈছে। মথুৰাৰ সেইবোৰলৈ কাণসাৰ নাই। সি ক'লৈ গৈছে, ক'লৈ গৈছিল আৰু কিয় গৈছিল,—সি নিজেই ক'ব নোৱাৰে। তাৰ মাথোন এটা চিন্তা। এই চিন্তাৰ কোনো সমাধান নাই। যিমানেই এই চিন্তা বাঢ়ে সিমানেই পৰিস্থিতিৰ জটিলতা বাঢ়ি যায়।

অৱশেষত যি হ'ব লাগে সেয়ে ঘটিল। খন্তেক আগতে ডিজেল ট্ৰাকে উৰুৱাই যোৱা ধূলিয়ে তাক নিলগৰপৰা নেদেখা কৰিলে। জোৰেৰে আহি থকা জি. এম, চি ট্ৰাকখনক ব্ৰেক্ কচিও নিৰাপদ দূৰত্বত ৰাখিব পৰা নহ'ল। চাইকেলেৰে সৈতে মথুৰা ট্ৰাকৰ তলত সোমাল। ট্ৰাকখন অলপ দূৰৈত ৰ'ল। ড্ৰাইভৰে নামি

আহি দেখিলে, তেজে তিনি দুৰ্গমিটাৰমান ঠাইৰ ধূলি তিয়াইছে। মানুহ টোৰ এনে ধৰণে জখম হৈছে যে তাক মানুহ বুলি চিনিবই নোৱাৰি। মুৰ টোও থেতেলা হৈ গৈছে। কি বীভৎস দৃশ্য! চেপা খোৱাৰ লগে লগেই তাৰ মৃত্যু হৈছে! চাইকেলখনবো চিনচাব নোহোৱা অৱস্থা।

হঠাতে ব্ৰেক্ কচাটো দুৰ্ঘটনাৰ চিন। শব্দটোও দৈত্যৰ কিৰীলিৰ দৰে। তাক শুনি কাষৰীয়া মানুহ কেইটামান দুৰ্ঘটনাৰ ফালে কোবেৰে আহি আছে। তাকে দেখি ড্ৰাইভাৰৰ ভয় হ'ল। মৃতকৰ প্ৰতি তাৰ অশেষ দুখ আছিল ঘটনাৰ বীভৎসতাই তাক চেতনাশূন্য কৰি তুলিছিল। মানুহ কেইটা তাৰ ফালে আহি থকাতহে তাৰ মগজলৈ বুদ্ধি আহিল। গাৱঁৰ মানুহ শুদা বিধৰ নহয়। তাক গুৰুলা-গুৰুল কৰি পিটিব। সেই কাৰণে সি অকণো পলম নকৰি পুৰাদমে ট্ৰাক চলাই দিলে। তাৰ মনত দুখ লাগিল যদিও, এৰি অহা শটোৰ কাৰণ অনুশোচনা নহ'ল। মৰাটো মৰিলেই। জীয়াই থকাটো যে ৰক্ষা পাব লাগিব।

দুৰ্ঘটনাৰ ঠাইত মানুহে হুৰা-তুৰা লগালে। আহি থকা দুই এজন বাছ-মটৰৰ পৰা দুৰ্ঘটনাৰ কাৰণটো অনুসন্ধান কৰিলে। শটো চিনাক্ত কৰা টান হৈ পৰিল। বাঁও হাতখন ট্ৰাক চলি যোৱা ঠাইৰ বাহিৰত আছিল। হাতখনৰপৰাই মথুৰা বুলি চিনাক্ত কৰা সহজ হ'ল। হাতৰ ফেৰাৰ-লিংবা ঘড়ীটো চলয়েই আছে। কামিজৰ হাতটো আৰু ঘড়ী পিন্ধা হাতটোৰপৰাই মানুহটো মথুৰা হ'ব বুলি দুই এজনে অভিমত দিলে। ভালেমান মানুহ এই বিকট দৃশ্য দেখি চকু জপাই আঁতৰি গ'ল।

পুলিচ আহিল। দুৰ্ঘটনাৰ ঠাই ভালকৈ চাই-চিতি ল'লে। ভাগি যোৱা সোঁ হাতটোত আঙঠি এটা পালে। মৃতকৰ বিশ্বাসযোগ্য চিনাক্ত হোৱাৰ নিশ্চিত সম্ভাৱনা দেখা গ'ল। কিন্তু দুৰ্ঘটনা কৰা মটৰখন ধৰিব পৰাটো গাৱঁলীয়া পুলিচৰ সাধ্যৰ অতীত।

বতাহৰ দৰে খবৰটো চাৰিওফালে বিয়পিল। ম'ৰাপুৰৰপৰা

ভোগৰাম আছিল আৰু পুলিচে দেখুওৱা আঙঠিটো চিনি পালে। চহৰত মৰণোত্তৰ পৰীক্ষা কৰাৰ পাছত শটো ভগীৰথৰ ঘৰলৈ অনা হ'ল। বাসন্তী বাউলী হৈ তেজেৰে লুতুৰি-পুতুৰি শটোৰ ওপৰত চাঁচ্ কৰে পৰি কান্দি কান্দি অচেতন হ'ল। ঘৰৰ সকলোৰে একে অৱস্থা। ওচৰ চুবুৰীয়াও মথুৰাৰ শোকত ম্ৰিয়মাণ। বাসন্তী অচেতন হৈ পৰি থকা সময়তে বুঢ়া এজনীয়ে তাইৰ কপালৰ সেন্দুৰৰ ফোটটো মচি দিলে। খাৰু কেইডাল আৰু কাণৰ কেৰুযোৰ খহালে।

কাঠ-সংস্কাৰ কৰাৰ সময়ত মথুৰাৰ সখিয়েক মিনাধৰে গধুৰ মাতেৰে ক'লে, "সখিৰ দুৰ্ঘটনাতে মৃত্যু হ'ল বুলি মোৰ হ'লে মনে নধৰে। সখিয়ে এয়া নতুন উপায়েৰে আত্মহত্যাহে কৰিলে। বুইছ সৰুমণি কাই, মই সখিক ভালকৈ চিনো। আৰু কি কথা যে তেওঁ মোক নক'লে! ভাবিছোঁ, সখি বৰ মহৎ। নিজে মৰিল; কিন্তু আপোনঘাতী হোৱাৰ অপযশ.টোৰপৰা ঘৰখনক বচালে। এৰা, নিজে মৰিবই বুলি যেতিয়া থিৰ কৰিলে, কেনেকৈ মৰিল তাকে আনক জনোৱাৰ লাভ কি? মৃতকৰতো জীয়াবেৰিলৈ আসক্তি নাই!"

ইয়াকে কৈ মিনাধৰে মুখখন গামোচাৰে আঁৰ কৰিলে। তাৰ চকু দুটা পানীৰে ভৰি পৰিল। সি এটা দীঘল হুমুনিয়াহ পাৰি খৰি দিয়া ঠাইৰপৰা আঁতৰলৈ গুচি গ'ল। কিজানি অকলে অকলে ভাবি-চিন্তি নিজক বেছি দুখ দিবলৈ।

মিনাধৰে খুব সৰু সৰুকৈ কোৱা কথা কেইটা ওচৰত থকা দুই এজনে শুনিলে যদিও বিশেষ আগ্ৰহ নেদেখুৱালে। এনে দাৰুণ পৰিণাম দেখি মানুহৰ ভগীৰথৰ ঘৰখনলৈ সহানুভূতি হ'ল। কুৎসা-ৰটনা বহুৰালি যেনহে লাগিল। মৃতক মহান হ'ল।

## ॥ ষোল ॥

ভগীৰথ আৰু ভণিতাই বাসন্তীক বৰ মৰমৰ চকুৰে চোৱা হ'ল। ভৰ-যৌৱন ছোৱালীজনীৰ এনে অৱস্থা দেখি তাই যাতে কোনো কথাতে মনত দুখ নেপায় আৰু নিজৰ দুৰ্ভাগ্যই আতুৰ কৰি তুলিব নোৱাৰে, তাৰ বাবে বুঢ়া-বুঢ়ী খুব সতৰ্ক হ'ল। তদুপৰি ঘৰখন বাসন্তীৰ কাৰণেহে ডাঠ হৈ থাকিল। বুঢ়া-বুঢ়ীয়ে বোৱাৰীয়েকৰ মুখ চায়েই পুতেকৰ বেজাৰটো পাতলাবলৈ চালে। শৰাধ-কৰমৰ পাছত বাসন্তী মাকৰ ঘৰলৈ গ'ল। যোৱাৰ আগ মুহূৰ্তত ভগীৰথে ক'লে, "আই, তই যদি তাতে থাকিব খোজ, তেনেহ'লে তাতে থাকিলেও আমাৰ-আপত্তি নাই। দুখ নেপাওঁ।" বাসন্তীয়ে কথা দিলে, "দেউতা উলিয়াই দিয়া ছোৱালীজনীৰ মাকৰ ঘৰত স্বত্ব নাই। মই তাত কি মূলধন সাৰোগত কৰি দিন নিয়াম ?"

বোৱাৰীৰ কথাত ভগীৰথে সন্তোষ পালে। ভণিতাই তেওঁক কৈছিল যে বাসন্তীৰ গাত চাৰে-চাৰি মাহ। ভগীৰথ কাননগুৱে পহিলা নাতিৰ মুখ চাবলৈ আশাৰে বাট চালে। নাতি এটা হ'লে তেওঁ এই ভাৰস্তত মথ্ৰাৰ চিন থাকিব।

বাসন্তী ভণিতাৰ লগত ঘৰলৈ গৈ, মাকৰ লগত চাৰি দিন থাকিল। ভোগৰাম আৰু তৰুলতাই তাইক ম'ৰাপুৰতে থাকিবলৈ বৰকৈ ধৰিলে। তাই সিহঁতৰ সহানুভূতিপূৰ্ণ অনুৰোধ ৰক্ষা নকৰিলে। নম্ৰভাৱে মনৰ অভিপ্ৰায়টো সিহঁতক জনাই তাই ভণিতাৰ লগতে আকৌ দৰঙিয়ালৈ আহিল।

মাকৰ অৱস্থা বেয়াই। পুৰণা লেকেটীয়া বেমাৰ কাৰণেহে হঠাতে মৰা নাই। তাই আহিবৰ সময়ত মাকে কৈছিল, "আই ঐ, যাগৈ। তই তাতে থাকিবলৈ ইচ্ছা কৰা দেখি মই সন্তোষহে পাইছোঁ। শাহু-শহুৰকে নিজৰ আই-বোপাই বুলি ভাবিবি। আৰু মইনো কেইদিনলৈ আছোঁ? সিপুৰীলৈ এটা এটাকৈ সাক্ষী

গৈছেই। এই'টা সন্তাপ বুকুত বান্ধি আৰু মই জীয়াই থাকিবলৈ ইচ্ছা নকৰোঁ। মাজে মাজে আহি থাকিবি আই।"

মাকৰ ভৰিৰ ধূলা লৈ তাই চকু-পানী ঢাকি আঁতৰি আহিছিল। শোকত ভোগৰামৰো কথা ডিঙিৰ কাষলৈ আহি বৈ গৈছিল। মূৰে-কপালে হাত দি বহি নিৰৱে বাসন্তীক ভণিতাৰ লগত যোৱা চাই এটা দীঘল হুমুনিয়াহ পাৰিছিল। সেই হুমুনিয়াহে কাষৰ বায়ু গধুৰ কৰিছিল। তাইৰ ককায়েকলৈ আগৰ দৰেই চেনেহ উপজিছিল। ভোগৰাম আজিকালি ভাল হ'ল কিজানি। এতিয়া তাৰ ঢলপুৰীয়াত এটাই এৰা তিৰোতাজনীৰ লগত হোৱা বদনামটো তল পৰিছে। খেতি কৰা আৰু খেতি চপোৱাৰ লগে লগে, সোণাইৰ পাৰৰ মোহনীয় প্ৰকৃতিৰ ঋতু পৰিবৰ্তন হোৱাৰ লগে লগে, সোণাই-পৰীয়া চহা সমাজে দুখ-ভৰা, কলংক-ভৰা আৰু আনকি মৃত্যুৰ মুখা-মুখি হোৱা ভয়াবহ অতীতক পাহৰি পেলায়। সোণাইপৰীয়া উদাৰ হয়। কৃষি কৰি কৃষ্ণক পূজা কৰে। সোণাইৰ সোঁত নিত্য-নতুন, সোণাইৰ অজান অভিপ্ৰায়ো নিত্য-নতুন। মূৰ্তিমতী সোণাইৰ যেন জৈৱিক চেতনাও নিত্য-নতুন। সোণাইপৰীয়া মন আৰু মানুহো নিত্য-নতুন। এই নতুনত্বই, আবহমান কালৰ গতি-চেতনাই ভোগৰামৰ অপযশ, বহুতৰ সপোন-মধুৰ সমাজ-স্বীকৃত কলংক, ভোগৰামৰ পূৰ্বৰ ইতিহাস আৰু বাসন্তীৰ জ্বালা-যন্ত্ৰণা ঢাকি পেলায়।

বাসন্তীয়ে কিন্তু ৰূপহ প্ৰকৃতিত আৰু চৌদিশৰ স্পন্দন-গতিময় পৃথিৱীত নিত্য-নতুন হ'বলৈ আশাৰ সঁহাৰি বিচাৰি নেপায়। এতিয়া তাইৰ আশা-শহুৰ-শাহুৱেকৰ আশাৰ লগত মিলি গৈছে। —এটি সন্তান পোৱাৰ চিৰকলীয়া আশা। কিন্তু তাইহে যি জনম-দুখিনী, দুৰ্ভাগ্য যাৰ পথৰ ধূলিয়ে-বালিয়ে,—সেইজনী তিৰোতাৰ জানো আশাৰ ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ সাহস হ'ব পাৰে?

ঘৰৰ সকলোৱেপৰা তাই আশাতীত আদৰ পাইছে। পুতুলী

আৰু পাকলে তাইক ৰং-ৰহইচত পাৰেমানে চেষ্টা কৰে। তগীৰথ কাননগুৱে আনকি তাই কি খাই ভাল পায়—সেইবোৰ কথালৈকো চকু দিয়ে। ভাগিনতাই তাইক লগত লৈ শুবলৈ নেপালে শান্তি নেপায়। ৰাতি বুঢ়ীয়ে তাইৰ মূৰত হাত ফুৰাই কীৰ্ত্তন গুণমালা গায়।

কিন্তু ইমানেও বাসন্তীক শান্তি নিদিয়ে। এটা কথাইহে তাইক বাৰে বাৰে পীড়া কৰে। তাই ভাবে, নিশ্চয় তাইৰ দোষতে মথুৰা মৰিল। সোণাইপৰীয়াই যুগে যুগে বিশ্বাস কৰা, দৰ্শন তাইৰ নজনা নহয়। মাকেও জীয়াৰী অৱস্থাতে এই দৰ্শন তাইক বুজাইছিল: পুৰুষৰ সকলা অথন্তৰ হয় ঘৰৰ তিৰোতাজনীৰ মনত পাপ সোমালেহে। এৰা, বাসন্তীৰ জীৱনটো ভুলৰ সূতাৰ সাঁকোৰেদি আগ বাঢ়ি আহিছে। তাইৰ মনত পাপ সোমাইছিল। এদিন ধনঞ্জয়ৰ লগত পলাই যাবলৈকো উত্তাৱল হৈছিল। পিছে মথুৰাক তাই মৰাৰ পাছতো দোষ দিবলৈ বিচাৰে। সৎ উদ্দেশ্যেৰে দোষ স্বীকাৰ কৰিলে মানুহৰ মৌলিক সত্তাৰ ৰূপান্তৰ হয়। তায়ো তেনেকৈ স্বীকাৰ কৰিছিল—মথুৰাক তাইৰ ভাল লাগিছিল কাৰণেই। সি নুবুজিলে। তাইৰ কাতৰ অনুৰোধ সি ৰক্ষা নকৰিলে। সি ক্ষমা কৰি মহৎ হ'ব নোৱাৰিলে। তাইৰ ব্যাকুল বিননি আৰু করুণ মিনতি শুনি সি তাইৰ এখন সুখ-শান্তিৰ সংসাৰ ৰচাৰ একান্ত সংকল্প ধৰিব নোৱাৰিলে। সি সামান্য অনুকম্পাও নেদেখুৱালে। আৰু সিনো কি কাৰ্য্যত পুৰুষৰ চিন দেখুৱালে? তাইক সি খেদি দি নিজৰ ভাল লগা পথ বিচাৰি নল'লে কিয়? সি উদাস হ'ল, বাউল হ'ল, আত্মক্ষয়ী উপায় বিচাৰি ল'লে। হয়তো চিন্তাত বেছি অস্থিৰ হ'ল আৰু এইবোৰ কাৰণতে সি দুৰ্ঘটনাত মৰিল। কিন্তু সি তাইক খেদি দি নিজে জীয়াই থকাহেঁতেনো তাইৰ ভাল লাগিলহেঁতেন। অন্ততঃ তাইৰ শিৰৰ সেন্দুৰ মচ নগ'লহেঁতেন। হয়তো এদিন ফটা বাঁহ যোৰা লাগিলহেঁতেন। যিজন মানুহক সন্দেহে ইমান অস্থিৰ কৰিব পাৰে, যি মানসিক যন্ত্ৰণা সম্ভ্ৰমেৰে

বহন কৰিব নোৱাৰে।—সেইজন মানুহৰ পুৰুষোচিত মনোবল ক'ত? আত্মবিশ্বাস ক'ত? বীৰত্ব ক'ত?…

দিনে দিনে দুখৰ নিয়ৰ শুকুৰাই মাহবোৰ আগুৱাই যায়। বাসন্তীক লাহে লাহে এইবোৰ চিন্তাই আমনি নিদিয়ে। তাইৰ এতিয়া এটা চিন্তা। সন্তানটো ভালে-কুশলে ভূমিষ্ঠ হ'লেই হ'ল। সন্তানটোকে সাৰথি কৰি তাই জীয়াই থাকিব পাৰিব। তাইৰ গাত ন-মাহ। খোৱা-বোৱাত মন নবহে। ৰাতি হুলাই-হেঁপাই থাকে। টোপনিও পাতল। পেট বিষায়। ভণিতাই সৰিয়হৰ তেল লৈ পেটটো পিহি দিয়ে। আগৰ দৰে তাই উঠা-লৰা কৰিব নোৱাৰে।

ঘৰখনত তাইৰ আদৰ-যত্ন লোৱাৰ অন্ত নাই। তাইক জহা-চাউলৰ ভাতহে খাবলৈ দিয়ে। শোৱাৰ আগতে গৰম গাখীৰ এপোৱা দুমাহ আগৰেপৰা খাই আহিছে। এতিয়া ভগীৰথে মাজে মাজে চহৰলৈ গৈ কিবা-কিবি 'ইংৰাজী' দৰব আনে। অদ্ভুত অদ্ভুত নামৰ দৰব—অষ্ট'কেল্‌চিয়াম, আইৰণ-টেব্‌লেট্‌ ইত্যাদি। দৰবখিনি ভণিতাৰ হাতত দি ভগীৰথে কয়, "এয়া দৰব নিয়মিত সময়ত খাব লাগিব। এয়া খালে প্ৰসৱৰ বেলিকা কষ্ট নহয়। সন্তানৰো হাড়-পাহ শকত হ'ব। আৰু এটা কথা ভণিতা, দহ মাহত সোমোৱাৰ লগে লগেই দিনে পল্‌চেটিলা,—মানে ত্ৰিশ নম্বৰৰ পল্‌চেটিলা খুৱাব লাগিব। কথাটো মনত ৰাখিবি।"

এনে এটা সময়তহে আৰু এটা ঘটনা ঘটিবলৈ পালে। ম'ৰাপুৰৰ মানুহ এটাই আহি খবৰ দিলেহি যে পুৱা বাসন্তীৰ মাক ঢুকাল। ভোগৰামে বাসন্তীক লৈ আহিবলৈ সেই মানুহটোকে পঠাই দিছে। মাক মৰাৰ বাতৰি পাই বাসন্তী কান্দি-কাটি ভাগি নপৰিল। তাইৰ জীৱনত ইয়াতকৈ কিমান ডাঙৰ শোক সহ্য কৰিবলগীয়া হৈছে! একো একোটা শোকে জীৱনৰ গতি স্খলনি কৰিছে। মাক মৰিল ভালেই হ'ল। বয়সো হৈছে, আৰু ৰোগেও তেওঁক কম কষ্ট দিয়া নাছিল। তদুপৰি বুঢ়ীয়ে একে জীৱনতে

ভাগেমান শোক সহিলে। মৰিবৰ সময়ত আকৌ জীয়েকৰ কাৰণে আটাতকৈ ডাঙৰ শোকটো সহিবলগীয়া হ'ল। জীয়াই থকা-হেঁতেন আৰু বা কিমান ডাঙৰ শোক সহিবলগীয়া হ'লহেঁতেন। জীৱনত দুখ সহিবলৈকে বহুতে জনম লৈছে।

মাকৰ মৃত্যুৰ বাতৰি শুনি বাসন্তীৰ একেলগে এনে ধৰণৰ ভাববোৰহে মনলৈ আহিল।

হেজাৰ হওক, সুজলা তাইৰ মাক। ইহ-জনমত আৰু তাই বৌ বুলি মাতিবলৈ কোনো নোলাব। তাই এসোঁতা কান্দিলে

মৃতকৰ ঘৰত মাত লগাবলৈ ভগীৰথ আৰু ভণিতাহে গ'ল। বাসন্তী যাব নোৱাৰা কাৰণটো তেওঁলোকে ভোগৰাম আৰু তৰুলতাক বুজাই ক'লে।

বাসন্তী মাকৰ মৃত্যুতো ঘৰ এৰি যাব নোৱাৰাৰ কাৰণ মানুহক বেছিকৈ বুজাবৰ প্ৰয়োজন নাই। সকলোৱেই জানে। গৰ্ভৱতী তিৰোতাই সাত-মাহত আৰু ন-মাহত ঘৰ এৰি এফালে যাব নেপায়। এই নিয়ম ভংগ কৰিলে মাকলৈ যে বিপদেই, সন্তানলৈও বিপদ।

শৰাধতো সমাজক সেৱা এটি জনাই মাকৰ সদগতি কামনা কৰিবলৈ আৰু মৃতকৰ আত্মাৰ আশীৰ্বাদ ল'বলৈ দুখিনী বাসন্তীৰ ভাগ্যত নঘটিল।

॥ সোতৰ ॥

বাসন্তীৰ পোৱাঁতী অৱস্থা দহ-মাহত সোমাবলৈ নেপালেই। অকস্মাতে প্ৰসৱ-বেদনা আৰম্ভ হ'ল। ঘৰৰ আটাইবোৰ মানুহ তাইক লৈ ব্যস্ত হ'ল। ভণিতাই তাইক এটা সুকীয়া ঘৰত শুৱাই ৰাখিলে। ঘৰৰ মাৰলীত দীঘল পঘা এডাল বান্ধি ইটো মূৰ বাসন্তীক দুই হাতে ধৰি থাকিবলৈ কোৱা হ'ল। পঘাডাল খামুচি ধৰি টানি টানি থাকি বাসন্তীয়ে বিষ সহি থাকিল।

ভণিতাই "একো চিন্তা নাই আই, সোনকালে আজৰি হ'বি" বুলি আশ্বাস দি ওচৰতে বহি থাকিল।

ইপিনে ভগীৰথ কাননগুৰ গাত তত নাই। চাইকেল মাৰি চমুৱা গাৱঁলৈ গ'ল। বজুগুটিয়ে পানী এচুঙা জাৰি দিলে। পানীৰ চুঙাটো ভণিতাক দি কেনেকৈ খুৱাব লাগে ক'লে। বাসন্তীয়ে জৰোৱা পানী এচলু মূৰত লৈ বাকীখিনি খালে। একো ফল নহ'ল। মাতৃৰ যন্ত্ৰণা প্ৰায় দুঘণ্টা চলিল। লাহে লাহে যন্ত্ৰণা বেছি হ'বলৈহে ধৰিলে। প্ৰসূতি-ঘৰৰপৰা বাসন্তীৰ দুখ লাগি যোৱা ধৰণৰ কেঁকনি-গেঁথনি শুনি ভগীৰথৰ অসহ্য লাগিল। গাৱঁৰফালে ওলাই গৈ বেজিনী আৰু দৰব বিচাৰিবলৈ বে.লগ বেলেগ ঠাইলৈ মানুহ পঠালেগৈ। ঘৰত আহি শুনিলে, বাসন্তী বিষত অচেতন হৈছে। ভগীৰথ বৰ হতাশ হৈ পৰিল।

এঘণ্টামানৰ মূৰত ভগীৰথে এঠাইলৈ পঠিওৱা ল'ৰা এটা আহি ওলালহি। সি এডাল ডোল আনিছে। দলংঘাটৰ মৈমনচিঙিয়ানীৰ পৰা জৰাই অনা ডোলডাল ভণিতাই বাসন্তীৰ কঁকালত বান্ধি দিলে। অলপ সময়ৰ পাছত তাইৰ গালৈ চেতন আহিল যদিও বেছিকৈহে কেঁকাবলৈ ধৰিলে।

খবৰ পাই বেজিনী কপিলী বাই ওলালহি। এইবাৰহে ভগীৰথে সকাহ পালে। কপিলী বায়ে প্ৰসূতিৰ ওচৰত অলপ পৰ বহি গতি-গোত্ৰ চাই ল'লে। তাই বুজিব পাৰিলে, কথা গহীনেই। বিষটো তলৰ ফালে নামি আহিছে যদিও মাজে মাজে গৰ্ভিনী মূৰ্চ্ছা গৈছে। বেছি পৰ এনেকৈ থাকিলে তাই মৰিব।

কপিলীয়ে আৰু কাৰো উপদেশলৈ বাট নেচালে। কাজে-কামে লাগি গ'ল। হাত লগায়ে শিশুক ভূমিষ্ঠ কৰালে। ভণিতাই বাহিৰত থকা মানুহক জানিব পৰাকৈ ক'লে—ল'ৰা। কিন্তু ল'ৰাটোৱে ভূমিষ্ঠ হৈ কন্দা নাই। বাসন্তীয়ে সকলো যন্ত্ৰণা কাতি কৰি ৰ্থে আপোন আশাৰ ধনক চাই ল'লে। নিমিষতে সকলো দুখ পাহৰি গ'ল। তৃপ্তিত চকু দুটা মুদি দিলে।

কিন্তু কেঁচুৱাটোৱে যে কন্দা নাই। এই কেঁহে কেঁহে কান্দোনটো যে কিমান সুৱদী! এই কন্দোনে যে বাসন্তীৰ কাণত মৌ বৰষিব। নাতিৰ আশা পালি থকা ভণিতা আৰু ভগীৰথৰো শিশুৰ এই প্ৰথম কান্দোনে মন জুৰাব।

নিৰৱে ভালেখিনি সময় পাৰ হ'ল। কপিলীয় বেয়া ধৰণৰ সন্দেহ এটাই কৰিলে। কেঁচুৱাটোৰ বুকুত হাত দিলে। বুকুৰ দম আছে। হাতৰ নাড়ীও ধপধপাই আছে যদিও অবিৰাম চলি থকা নাই।

ঘৰৰ চালৰ ওপৰত ল'ৰা দুটা উঠি ভগা টিং দুটা বজাই দিলে। মানুহৰ বিশ্বাস যে এনে কৰিলে তলক মাৰি থকা ল'ৰা সাৰ পাই উঠিব। কিন্তু কামত নাহিল। ল'ৰাৰ আগৰ দৰেই মৰা যেন অৱস্থা।

কপিলী বাই বাহিৰলৈ আহিল আৰু ফুচফুচাই ক'লে, "ভগীৰথ কাই, এটা কাম কৰা কেঁচুৱা এনেকৈ থাকিলে ভয় কৰিবৰ কাৰণ নাই। একোটা কেঁচুৱাই পোনতেই ভেম লৈ এই ভাৰস্তলৈ আহে। নেকান্দে। তলকা মাৰি থাকে। এই ভেম ভাঙিবলৈ হ'লে বাপেকে কিবা এটা উপহাৰ দি খাতিৰ কৰি মাতিব লাগে। কিন্তু সি যে আধা-আঙুল কপাল লৈ উপজছে! বাপেক নোহোৱা সংসাৰখনলৈ আহিছে! গতিকে তুমি ককাক হ'লেও তাক কিবা এটা দি মাত লগোৱা।"

কপিলীৰ কথামতেই ভগীৰথ সকলো নিয়ম-কাৰণ আৰু সংকোচ নেওচা দি প্ৰসূতি-ঘৰত সোমাল। বাসন্তীৰ গাত চেতন আছে। তাই দীঘলকৈ ওৰণি ল'লে। ভগীৰথ বুঢ়াই একে থৰে কাঠ যেন হৈ পৰি থকা নাতিটোলৈ চালে। নিলগৰপৰা দুসিকি সোণ তাৰ বুকুৰ ওপৰত থ'লে আৰু ক'লে, "বোপাই, গপ-গৰজ এৰ। চকু মেল চা। মোৰে শপত, ককাৰৰ ওচৰত ভেমটো এৰ।"

ইয়াকে কৈ বুঢ়াই নাতিটোৰ মুখলৈ চাই ৰ'ল। কন্দা আৰু চকু মেলাৰ লক্ষণ দেখা নগ'ল। পাঁচ মিনিটমানৰ মূৰত কেঁচুৱাটো হঠাতে জিকাৰ খাই উঠিল। অলপ পাছতে মুখখন কন্দাৰ দৰে

কৰিলে যদিও কান্দোনটো ফুটি ফুটিল। ডিঙি ভাঙি হেঁকটীয়াবলৈ ধৰিলে। বাসন্তীয়ে ভয়তে চিঞৰ মাৰি দিলে। ভণিতাই কেঁচুৱাটোৰ বুকুত হাতখন থ'লে। সি চকু দুটা ডাঙৰকৈ দুবাৰ মেলিলে আৰু তাৰ পাছত চিৰদিনলৈ চকু জপালে। খন্তেক থিতাপি লোৱা প্ৰাণ-বায়ু উৰি গ'ল। প্ৰসূতি-ঘৰত যেন জুই হে লাগিল। গছৰ পাত সৰোৱা বিননি শুনি ওচৰৰ মানুহো থিৰেৰে থাকিব নোৱাৰিলে; চোঁতালত জুম বান্ধিলেহি।

এঘণ্টামানৰ মূৰত ঘৰখন অলপ চেঁচা পৰিল। কেঁচুৱাটো বুকুৰ পৰা গাঁতলৈ এৰি দিবৰ সময়তহে বাসন্তীয়ে গোটেইখন তল-ওপৰ লগাই দিলে। ভণিতাই একোপধ্যে তাইৰ কোলাৰপৰা মৰা কেঁচুৱাটো আনিব নোৱাৰে। যিমানেই ভণিতাই কেঁচুৱাটো তাইৰ ফালে টানে, বাসন্তীয়ে সিমানেই তাক বুকুত বছি জোৰেৰে সুমুৱায়। শেষত বেজিনী কপিলী বায়ে তাইৰ বুকুৰপৰা নিৰ্দয় হৈ কেঁচুৱাটো কাঢ়ি আনিলে বাসন্তীয়ে বাউঁচি জুৰি মাটিত বাগৰি বাগৰি কান্দিবলৈ লাগিল,—"অ' মাৰ সোণ, ময়ো তোৰ লগতে মৰোঁ ঐ। আই, দেউতা,—মোকো ইয়াৰ লগতে পুতি থৈ আহকগৈ……"

অসহ্য লাগি ভণিতা প্ৰসূতি-ঘৰৰপৰা ওলাই আহিল। মৰা কেঁচুৱাটো কোঁচত লৈ ভগীৰথে মৰিশালিৰ ফালে খোজ ল'লে। তেওঁৰ পাছে পাছে কোৰ আৰু জুমুধি লৈ আন দুটা মানুহ গৈ থাকিল।

কপিলী বায়ে বাসন্তীক এনে অৱস্থাত এৰি ঘৰলৈ নগ'ল। কেঁচুৱাটো অলপ সময় থাকি কিয় মৰিল তাৰে কাৰণ ভাবি ভাবি প্ৰসূতি-ঘৰটো চক্ কৰাত লাগিল। আবেলি হ'ল। তাই যাবৰ সময়ত ভণিতাই উপযাচি কথাটো উলিওৱাতহে কপিলীয়ে মনৰ কথা ক'লে।

"কপিলী বাই, এইক ঈশ্বৰে ভাল ৰং চাইছে। চাৰি-মহীয়া গাৰেই মথুৰাৰ সন্তাপ পালে। সিদিনা মাক কাল হ'ল। আজি আকৌ এয়া।"

"এবা, গাত লেঠা থকা সময়ত সন্তানৰ ভালৰ কাৰণেই তিৰোতা বং-বহুইচতহে থাকিব লাগে। তাই আকৌ দাৰুণ সন্তাপহে ভাৰ বৈ থাকিবলগীয়া হ'ল। কত ৰাতি কিজানি মুখুলে আৰু কান্দি-কাটি কটালে। মাক বুঢ়ী হ'লেও, নিজৰ মাক যেতিয়া, মাকৰ দুখেও নিশ্চয় থকা-সৰকা কৰিলে! এনে অৱস্থাত থকা গৰ্ভিনীৰ মৰাৰহে আশংকা বেছি। বাৰুকৈ তাই বাচিল। কেঁচুৱাটো মৰিবই। কোনো বেজ-গিয়ানীয়ে ভাল কৰিব নোৱাৰে। তাৰ ভিতৰত থাকোঁতেই লেণা লাগিল। সাধাৰণতে এনে অৱস্থাৰ তিৰোতাই ভিতৰতে মৰি অহা কেঁচুৱাহে পায়।"

শেষৰ ফালে কপিলীৰ মাতটো কঁপা কঁপা আৰু থোকাথুকি হৈ পৰিল। ভণিতাই চকু-পানী লুকুৱাবলৈ চেষ্টা নকৰি প্ৰায় কান্দি পেলোৱাৰ দৰেই ক'লে, "নেলাগে আৰু আলচ কৰিব বাই। এয়ে কাটিছে।......"

বাসন্তী দুদিন শোৱাৰপৰা নুঠিল। তৃতীয় দিনা এঘণ্টামান চকু মেলি ওপৰলৈ চাই থাকিল। ভণিতাই তাইক অলপ পৰ বহি থাকিবলৈ ক'লে। তাই নুশুনিলে। বাৰে বাৰে কোৱাতো কুটা-এগছিও মুখত নল'লে। নোখোৱাৰ বাবে ভণিতাই বেয়া নপোলে। প্ৰথমৰ তিনি দিন একো নোখোৱাটো হেনো বেয়া নহয়। এই সময়ত অশৌচীয়া মানুহৰ নাড়ী কোমল থাকে। যি কোনো বস্তুৱে দুমুজে।

এদিন গ'ল, দুদিন গ'ল। চাওঁতে চাওঁতে দহ দিন পাৰ হ'ল। তাই খোৱাৰ নামত পানীৰ বাহিৰে একে নুখালে। উঠিব-বহিবলৈকে গাত শকতি নোহোৱা হ'ল। ঘৰৰ সকলোৱে দুৰ্ঘোৰ চিন্তাত পৰিল। ভোগৰামহঁতক খবৰ দিয়ালে। ভোগৰাম আৰু তৰুলতাই আহি খুব বুজালে হয়। তাই অচল-অটল। নেখাই মৰিবলৈকে প্ৰতিজ্ঞা কৰিছে বুলি সকলোৱে ভাবি ল'লে।

তাইক বয়সীয়া মানুহে কি বুলি সান্ত্বনা দিব? তাইৰ যে চাৰিওকালে এন্ধাৰ। "মানুহজনী জীয়াই থাকিলে কিবা পোৰ মুখ নেদেখিবি নে, কেঁচুৱাটো মৰিল বুলি মানুহজনী এনেকৈ নেখাই-শুকাই মৰিবি নে" আদি গতানুগতিক কথা কৈ তাইৰ মনটো ডাঠ কৰিবৰ উপায় নাই। সকলোৱেই জানে,—তাই কিয় এনেকৈ মৰিম বুলি ভাবিছে। গঞাই হৰি হৰি মানিছে। তাইৰ জীৱনৰ পহিলা আৰু শেষ সন্তানটোক বুকুৰ মৰম দিবলৈ নেপাই বাউলী হোৱাটো স্বাভাৱিক। পিছে শোক ইমান যদিও দহ-বাৰ দিনৰ মূৰত ভোকো নেলাগিব নে? তাইৰ কিজানি কিবা ভোক নলগা বেমাৰ হৈছে।

ঘৰলৈ ডাক্তৰ অনাই তাইক দেখুওৱা হ'ল। ডাক্তৰে ক'লে যে তাই মনৰ ৰোগীহে। তথাপি ভগীৰথক ভালেমান দিহা দি গ'ল।

বাৰ দিন পাৰ হ'ল। তাই নিজ ইচ্ছামতে পিৰালিৰ ওচৰত বহি থকা হ'ল। আগৰেপৰা তাই খীণাই আছিল। এতিয়া দেখিলে দুখ লগা অৱস্থা হ'ল। তাই বাহিৰৰ জগতখনলৈ কাণ নিদিয়া হ'ল। যেন মুগুনা-নমতা বেমাৰেহে লগ ল'লে। পিৰালিৰ ওচৰত বহি থকা সময়কণ নিবিষ্টমনে ওপৰলৈ চাই থাকে। এই দৰে চাই থাকি যেন নেদেখা তৰাৰ লগত মিতিৰালি পাতে।

আগতে বাসন্তীয়ে শহুৰ-শাহুৱেকৰ কথা মানি চলিছিল। এতিয়া তেওঁলোকৰ অনুৰোধ ৰক্ষা নকৰাৰ বাবে চিন্তা বাঢ়িছে যদিও তাইলৈ খং উঠা নাই। তাই আৰু কিমান দুখ সহিব?

ভোগৰামো চিন্তাত পৰিছে। সি নিজক দোষী বুলি ভাবিছে। তাৰ দোষতেই বাসন্তীৰ জীৱনটো এনে হ'বলৈ পালে? তাৰ এই মাহ সময় নাই। ঠিকাৰ কামবোৰ এই মাহতে শেষ কৰিব লাগে। এদিন ভনীয়েকৰ ঘৰত থাকি শুচি গ'ল। তৰুলতা এদিন বেছিকৈ থাকিল। ল'ৰা-ছোৱালীৰ বাবে-কুৰি জঞ্জাল কাৰণেই তাই বাসন্তীক এৰি যাবলগীয়া হ'ল।

দুদিনৰ পাছত এটা ঘটনাই সকলোকে আচৰিত কৰিলে। ভগীৰথে চেঁতাজৰ এচুকত পখা বটি আছিল। প্ৰায় দহমান বাজিছে। বাসন্তী আগৰ দৰে পিৰালি-কাষত বহি আছে। পদূলি-মুখত একে লেথাৰিয়ে চাইকেলৰ তিনিটা পৰিচিত বেল বাজিল। বাসন্তীয়ে সেই ফালে ভেলেঙা লাগি চাই ৰ'ল। ভগীৰথেও মূৰ তুলি চালে। চিনিব নোৱাৰিলে। ক'ৰবাত দেখিছিল যদিও মনত নপৰিল। নিজৰ কাল হোৱা পুতেকটোৰ দৰেই এটা গুৱনি ডেকা মানুহ। বগা কামিজ আৰু হাফ্ পেণ্টটোৰ সাইলাখ চহৰৰ ফালৰ ডাক্তৰ যনেই লাগে। ডাক্তৰেই হ'ব লাগে। কাৰণ চাইকেলৰ হেন্দোলত ডাক্তৰৰ লোৱা বেগ এটা আঁৰা আছে।

মানুহটোৱে চাইকেলখন নঙলাত আঁউজাই থৈ ঘপ্ ঘপ্ কৰে কালৈকো সোধ-পোছ নকৰি সোমাই আহিল। তাকে দেখি বাসন্তী খিৰ্তাতে ভিতৰ সোমাল।

অপৰিচিতক বহিবলৈ দি ভগীৰথে সুধিলে, "বোপা, তুমি কোন ?"

সি ক'লে, "মই বিশেষ চিনি পাবলগীয়া মানুহ নহয়। তথাপি সুধিছে যেতিয়া কওঁ বাৰু। মই পাভাচলৰ ধনঞ্জয়।"

—"অ" নাম শুনিছোঁ। আজি মই হাততে সৰগ ঢুকি পালোঁ। তুমি নিজেই আহি ওলালাহি যেতিয়া ভালেই হ'ল। তোমাক ভোগৰামে খবৰ দিলে হবলা ?"

ধনঞ্জয়ে মিছা কথাই ক'লে, "নাই। এই ফালে আহোঁতে ইয়াতে শুনিলোঁ। ভাবিলোঁ, এবাৰ চাই যাওঁ। পিছে নেথায় যদি দৰব দিয়াবনো লাভ কি ?"

ধনঞ্জয়ৰ মাতটো হতাশ হোৱা ধৰণৰ। মনটোও সেমেকা। সি আচলতে যিমান গহীন, এতিয়া কিজানি তাতকৈ বেছি গহীন হৈ পৰিছে। ভগীৰথ বুঢ়াই অনুমান কৰিলে। তাৰ প্ৰতি কৃতজ্ঞ হৈ বুঢ়াই এবাৰ তালৈ ভালকৈ চালে। ইমান নিকা কাপোৰ-

মোৰ পিছিছে যদিও চুলিবোৰ হেদেদি-ভেদেদি। তাতি শুকওৱা নাই। কিবা এটা দাৰুণ দুখে যেন খুনীয়া চকু দুটাৰ উজ্জ্বলতা আৰু মুখৰ কান্তি হৰি নিছে।

"তাইক আগতে চাই ল'বা নে কি বোপা?"

"মাতি পঠাওক।"

ভগীৰথে ভিতৰলৈ আহি কথাটো জনালে আৰু আকৌ ধনঞ্জয়ৰ ওচৰলৈ গ'ল। বাসন্তীয়ে কেবা দিনৰ মূৰত শাহুৱেকক আজিহে কথা ক'লে।

..."আই। তেওঁক এতিয়াই যাবলৈ কওক। তেওঁ উপযাচি এঘৰলৈ আহিবলৈ লাজ নকৰে?"

"তই হ'বলা চিনি পাৱ?"

"পাইছিলোঁ।"

"সিনো কি জগৰ লগালে? চিকিৎসা জনা ল'ৰাটো বাৰুকৈ ওলাইছেহি, তই আকৌ কিবা-কিবিখনহে কৈছ। মানুহৰ ঘৰলৈ মানুহ আহিব নেপায় নে?"

এইবাৰহে বাসন্তীৰ গালে হুঁচ আহিল। ধনঞ্জয় আহি ভুল কৰিছে। পলাই যাব নোৱাৰি তাই যি ভুল কৰিছিল, আজি সি তাতকৈ ডাঙৰ ভুল কৰিছে। কিন্তু মনৰপৰা মৰিল বুলি বিসৰ্জন দিয়া ধনঞ্জয়ৰ প্ৰতি যদি আৰু বিৰূপ ভাব দেখুৱায়, তাই ধৰা পৰি যাব। শাহুৱেকে নিশ্চয় ক'ব, "আনৰ আগত যে ওলায়, এওঁৰ আগত নোলায় কিয়?"

তাইৰ ভাল লাগিল ধনঞ্জয়ৰ সাহসটো। এয়া কি সৎ সাহস? পুৰুষ কাৰণেই, তাৰ মনোবল আছে কাৰণেই, সি ধৰা পৰি যোৱাৰ ভয় নেওচা দি তাইৰ দুখত দুখী হৈ ইয়ালৈ আহিছে?...

তাই শাহুৱেকৰ লগত অৱশেষত ধনঞ্জয় বহা কোঠাটোলৈ আহিল। ভুখৰি-পীৰা এখনত বহিল। আন একালে চাই ব'ল। ওৰণিখন উকা কপালৰ সোঁ-মাজলৈকে টানি ল'লে। ভৰিৰ আঙুলিৰ নখেৰে অকণ অকণকৈ খুঁটিব মাটি একনালে।

ধনঞ্জয়ে তত ঠিক কলা। সি গভীৰভাৱে লক্ষ্য কৰিলে, তাই অভিশাপত ধীপাইছে আৰু আগৰ চেহেৰাৰ ছাটোও নাই যদিও এই শৰীৰতো অৱশিষ্ট সৌন্দৰ্য্য আৰু কমনীয়তাই তাইক মোহনীয় কৰিছে। তাইৰ এতিয়াও গা জুৰ কৰা মুখশ্ৰী আছে। অৱশ্যে খুলীয়া চকুযুৰিৰ তৰাৰ জিকিমিকি বেদনাই হৰি নিছে। কৰুণ মুখখনিত পুত্ৰহাৰা মাতৃৰ মহিমাময়ী মূৰ্তি বিৰাজ কৰিছে।

ধনঞ্জয়ে একো সোধ-পোছ নকৰা দেখি ভগীৰথ বুঢ়াই ভাবিলে যে সি তেওঁলোক থকা কাৰণে তাৰ বিছা খটুৱাবলৈ বেয়া পাইছে। সেই কাৰণে তেওঁ কোঠাৰপৰা ওলাই আহিল। ভণিতাকো ইংগিত দি মাতি আনিলে।

পোনতে বাসন্তীয়েহে মাত লগালে, "মই ভাবিবই পৰা নাছিলোঁ, তুমি..."

ধনঞ্জয়ে খুব সৰু সৰুকৈ ক'লে, "এৰা, মোৰ ভুল হ'ল যদিও নাহি নোৱাৰিলোঁ। বুইছা, মানুহ বৰ অসহায়। মানুহ অক্ষম। মানুহে বান্ধ খুলিব নোৱাৰে। তুমি মোক এৰি দিছিলা। কিজানি মই সিমানৰ যোগ্য নহয়। তথাপিও, তোমাক দোষ দিওঁ—তোমাৰেই ওচৰলৈ আহিছোঁ।"

বাসন্তীয়ে ফেঁকুৰি পেলালে, । ক'লে, "মোক এইদৰে ক্ষমা কৰি কিয় মোক কষ্ট দিবলৈ আহিলা ? সময় যে উকলি গ'ল।"

"বুজিলোঁ।"

"কি বুজিলা ?"

"বুজিলোঁ, তুমি সম্ভ্ৰান্ত হিন্দুৰ ঘৰৰ বোৱাৰী।"

"এৰা, মই হিন্দুৰ ঘৰৰ বিধৱা। মই এদিন হোমৰ গুৰিত বহিছিলোঁ। সেঁওতাত সেন্দুৰ লৈছিলোঁ। এটাৰ মাইকী হৈছিলোঁ। মোৰ দেহত এজন পুৰুষৰ গোন্ধ আছে! তথাপিও তুমি মোক ক্ষমা কৰিলা ? কি আচৰিত! বুইছা, মই এজনী সাধাৰণ ছোৱালী। ইমান ভাবি জীৱন নষ্ট নকৰিবা। তোমাৰ ভৱিষ্যৎ আছে। মোক এনেকৈ থাকিবলৈ দিয়া।"

"বাসন্তী!"

"কোৱা।"

"মই মাথোন তোমাক চাবলৈ আহিছিলোঁ।"

"ভাল কৰিলা।"

"কিন্তু এয়া তুমি নিজক ধ্বংস কৰিবলৈ কি উপায় বিচাৰি লৈছা? লোকক দুখ দি তুমি কি ভাল পোৱা? ভাত মুঠিয়ে কি অপৰাধ লগালে? তোমাক এই কথা আগতেও কৈছিলোঁ—মৰিবলৈ বিচৰাত বা নিজে মৰাত কোনো গৌৰৱ নাই; এই পৃথিৱীত জীয়াই থাকিব পৰাটোহে আচল কথা। ইমানতেই মানুহৰ আপোন গৌৰৱ।"

ধনঞ্জয়ৰ চকু দুটা সেমেকিল। বাসন্তীৰো দুধাৰি চকুলো ব'লে, যদিও মনটো ডাঠ হ'ল। তাই ক'লে, "মই কথা দিলোঁ। মই জীয়াই থাকিম। সাত-পাকত বান্ধ খায়ো মই জীয়াই থাকিম। তুমি মোক এনে অৱস্থাৰেই জীয়াই থাকিবলৈ আন কিবা হেতু দেখুৱাব পাৰিবা?"

ধনঞ্জয়ে হঠাতে উত্তৰ দিব নোৱাৰিলে। সি তললৈ চাই ৰ'ল। ভাবিলে, ধৰ্মৰ আশ্ৰয় লৈ নতুবা পৰোপকাৰ কৰি নিজক সঁপি বাসন্তীয়ে শান্তিৰে বাকী কেইটা দিন কটাব পাৰিব? পাৰিব, নিশ্চয় পাৰিব। হিন্দু নাৰীয়ে এনে দৃষ্টান্ত যুগে যুগে দেখুৱাই আহিছে। অন্ততঃ মুৰলীধৰক স্থাপন কৰি মীৰাই জীয়াই থকাৰ মোহ বিচাৰি পাইছিল। সংগীতৰ যাদুৰে ৰসগ্ৰাহীৰ মন-প্ৰাণ আপ্লুত কৰিছিল। আৰু দৃষ্টান্ত আছে।...

বাসন্তীক সমিধান দিবলৈ মূৰ তুলি চালে। বাসন্তী ইতিমধ্যে খুককা মাৰি উঠি গৈছে। ভিতৰত তাই কোৱা শুনিলে, "আই, মই ভাত খাম।"

তাইৰ মুখে এই কথা শুনি ঘৰৰ সকলোৰে মুখত আনন্দ বিৰিঙিল। তাই তেনেহ'লে ৰক্ষা পৰিল। ধনঞ্জয়ৰ প্ৰতি সকলো কৃতজ্ঞ হ'ল।

ভগীৰথে তাৰ হাতখনত ধৰি ক'লে, "বোপা, তুমি আচৰিত। ঈশ্বৰে তোমাৰ নাম বৈ বৈ যোৱা কৰক।"

ধনঞ্জয়ে গহীনাই মাত লগালে, "পিছে, তেওঁ ভাত বিচাৰিছে যদিও পোনতে ভাত নিদিব। ইমান দিনৰ মূৰত পেটত ভাত নৰ'ব। সাধ্যতে নেমু টেঙাৰ জোল আদি দিবলৈ ক'ব। সেয়া পেটত ৰোৱা যেন পালে আবেলি ভাত দিব।"

এই বুলি কৈয়েই ধনঞ্জয় খন্তেকো নৰ'ল। চৌতালৰপৰা আথে-বেথে ভণিতা আৰু ভগীৰথে তাক মাজে মাজে সোমাবলৈ অনুৰোধ কৰিলে। সি পিছে মুগুনা ভাও জুৰিলে। সি ভগৰন্তক খাটিলে,— ইয়ালৈ যেন সি কাহানিও আহিবলগীয়া নহয়।

॥ ওঠৰ ॥

এসপ্তাহ গ'ল। চাই থাকোঁতেই এপষ পাৰ হ'ল। ধনঞ্জয়ৰ দৰজিয়ালৰ ফালে ছাঁটোকে দেখিবলৈ নোহোৱা হ'ল। বাসন্তীয়েনো কাৰ মুখৰপৰা তাৰ কথা শুনিব? কাক সুধিব? এতিয়া মানুহৰ সন্দেহ হ'লে যে ঢৌটোকে ৰৌটো কৰিব।

কিন্তু এদিন কাকো নোসোধাকৈয়ে ধনঞ্জয়ৰ কথা তাই শুনিবলৈ পালে। সোণাইপৰীয়া মানুহৰ মুখে মুখে ধনঞ্জয়ৰ সাহসৰ কথা ওলাই পৰিল।

ঘটনাটো এনেকুৱা :

ভোগৰাম ঠিকা কৰি ভালেমান টকাৰ মালিক হ'ল, যদিও তাৰ টকাৰ চিন্তা বেছি হ'বলৈহে ধৰিলে। ধন-আকলুৱা মনটো পিশাচ হৈ পৰিল। মাকৰ মৃত্যু আৰু ভনীয়েকৰ দুৰ্ভাগ্যই কিছুদিনলৈ তাৰ মনটো দমাই ৰাখিছিল। হয়তো সাময়িকভাৱে টকা-পইচা ঘটা সকলো অসাৰ বুলি ভাবিছিল। কিন্তু আজিকালি তাৰ প্ৰধান লগৰীয়া হ'ল কিছুমান চহৰৰ মানুহ—কৰ্পূৰ চাঁদ টৌডী, ৰামমিলাপ পচ্‌মান, হৰবীৰ ভাটীয়া আৰু সনৎ ফুকন আদি। আটাইকেইটা

চহৰৰ বিখ্যাত ধনী মানুহ। সিহঁতৰ কেনে ধৰণৰ ব্যৱসায়, কোনেও ক'ব নোৱাৰে। সিহঁতেহে ভোগৰামক বেছি বেয়া কৰিলে। আজি-কালি ভোগৰামে মদো খায়। দৰজিয়ালৰ দুই-এজনে কয় যে তাক আচল দোষটোৱেই পাইছে। যি-কেইদিন সি চহৰত থাকে, সেই কেইদিন তাৰ অময়া-সুখ। জাকজমক হোটেলত থাকে। মদ খায়। হোটেলত পইচা দি উপভোগ কৰিব পৰা ছোৱালীবো যোগাৰ আছে। চাৰিওফালে ভোগৰ আয়োজন দেখি সি ধনৰ প্ৰয়োজন দেখিছে। আয় কৰা ধনে তাক সন্তুষ্ট কৰিব পৰা নাই। সি সপোন দেখিছে সনৎ ফুকন আৰু ৰামমিলাপৰ দৰে এটা কাঠৰ কল বহুৱাব। হৰবীৰা ভাটীয়াৰ দৰে এটা চিনেমা হল সজাৰ। লালসাই আৰু লালসাৰ ক্ষণিক পৰিতৃপ্তিওে তাৰ অসন্তুষ্টি বঢ়াইছে; মানবীয় সূক্ষ্ম অনুভূতি হেৰাই গৈছে। সোণাইৰ পাৰৰ মানুহ এটাই সোণাইপৰীয়া মনটো হেৰুৱাইছে। সি শালৰ মাজত পিণ্ডি হৈছে। কৃষি-জীৱনৰ বিকলাংগ অৱস্থাত, দেশৰ ব্যাধিযুক্ত অগ্ৰসৰ-গতিত আৰু গ্ৰাম্য-জীৱনৰ ক্ষয়িষ্ণু পৰ্য্যায়ত, নতুন মূল্যবোধ আৰু পৰিস্থিতিয়ে তাৰ দৰে নতুন মানুহৰ সৃষ্টি কৰিছে। তাৰ দৰে ৰাহুবোৰে সোণাইপৰীয়া সৰলতা আৰু নীতিবোধ গ্ৰাস কৰিবলৈ চাইছে। কিন্তু সোণাইৰ পাৰত দুৰ্নীতি সোমাইছে যদিও এতিয়ালৈকে এই ৰাহুৱে বৰকৈ মুখ মেলিব পৰা নাই। কাৰণ মানুহৰ এটা অন্তৰ্নিহিত সততা আছে আৰু সোণাই-পৰীয়া জন-জীৱনৰ সুপ্ৰতিষ্ঠিত ঐতিহ্যও আছে। সোণাইৰ সোঁত আছে, সোণাইৰ ৰূপহ আছে। সোণাইপৰীয়া জীৱনৰ গতি-ছন্দত সঠিক তাল-মান আছে।

দলংঘাটৰ ওপৰেদি কাঠৰ মজবুত দলং হ'ল। তাৰপৰা পাভচিলাৰ মাজেদি এটা শিলগুটি দিয়া আলি হ'ব। আগৰ দক্ষিণ-পাৰৰ আলিটোৰ লগ লাগিব। নতুন আলিৰ কাম আৰম্ভ হৈছে। ভাটীয়া, টোডী, পচমান আৰু ভোগৰামে ঠিকা পাইছে। নতুন ৰাজ-আলিটো ভালেমান কিলোমিটাৰ দীঘল। এই আলি কুঁৱৈদি টিং-বজাৰ ওলাবগৈ। সোনকালেই মানুহে চাৰ্ভিচ বাছত আৰামেৰে

গৈ বৰদোৱাত তীৰ্থ কৰিব পাৰিব। আগৰ দৰে আৰু দলি-চপৰা খচকি বৰদোৱাত ফাকুৰা চাবগৈ নেলাগে।

পাভচিলাত এখন ৰাজ্যিক চিকিৎসালয়ো বহিব। খবৰ ঠিক্ পাইছে ভোগৰামে। চিকিৎসালয় হোৱাৰ পাছতো ভোগৰামে ৰবা মতে ধনঞ্জয়ৰ হোমিওপেথিক চিকিৎসা বন্ধ হ'ব আৰু ভাত মৰিব বুলি ধনঞ্জয়ে নেভাবিলে। হাতীচুঙত আৰু জঁাজৰিতো দুখনকৈ ওচৰে ওচৰে ৰাজ্যিক চিকিৎসালয় আছে। সেইবোৰ ঠাইত জানো সি হোমিওপেথিক চিকিৎসা কৰা নাই! তেনে ঠাইতো গাৰ'লীয়া বেজ এটাৰ মূল্য কমা নাই।

কিন্তু শিলগুটি দিয়া আলিটো বৰদোৱাৰ ফালে আগ বাঢ়ি যোৱাৰ লগে লগে সোণাইৰ উত্তৰ পাৰো মানুহৰ কানি খোৱাৰ প্ৰকোপ চৰিল। এয়া ঠিকাদাৰহঁতৰ কীৰ্তি। ধনঞ্জয়ে পাভচিলাত এটা শান্তি সেনাৰ দল পাতিলে। সিহঁতে পাল পাতি দলংঘাটৰপৰা জলমৈ গাওঁলৈকে সোণাইৰ পাৰত ৰাতি পহৰা দি থকা হ'ল। এদিন ৰাতি এখন টুলুঙা নাও পাভচিলাৰ ঘাটত ৰ'লহি। বস্তুবোৰ পাৰত নমালে। অলপ পাছতে এখন গৰু-গাড়ীও সেই ঠাই পালেহি। শান্তি-সেনাৰ চকুত পৰিল। সিহঁতে আহি দেখিলে ছয়-সাতটামান মাল-ভৰ্তি থৈলাৰ ওচৰত ভোগৰাম থিয় দি আছে। তাৰ লগত দুটা শকত-আৱত মানুহ। সিহঁতৰ হাতত একোডাল লাঠি। চুলি আৰু ম'হৰ শিঙৰ দৰে মোছৰপৰাই অনুমান কৰিব পাৰি যে এই মানুহ দুটা মাৰ-পিট কৰা বিধৰ। সিহঁতৰ মুখ দেখিলেই ভয় লগা বিধৰ। মুখত অকণো কোমলতা নাই। এই দুখন মুখ যেন তিখাৰেহে সজোৱা।

শান্তি-সেনা এটাই সুধিলে, "থৈলাত এইবোৰ কি বস্তু?"

ভোগৰামে ক'লে, "বিলাতী মাটি।"

—"ৰাতিহে বিলাতী মাটি আনিবলৈ পাৰে? দিনত সময় নহ'ল?"

"এবা, কেইদিনমানৰ মূৰতে ডিস্পেন্সাৰিটো সজাই শেষ কৰিব

লাগে। কাইলৈ আকৌ বাস্তাৰ কামত যাব লাগিব কাৰণে এতিয়াই আনিছোঁ। এতিয়াই নানিলে আকৌ পুৱা ৰাজমিস্ত্ৰী বহি থাকিব লাগিব।"

"কোমল কোমল কথা ক'লে নহ'ব ঠিকাদাৰ বাবু। এই থৈলা কেইটাত কিবা আছে বুলি আমাৰ সন্দেহ হৈছে। এইবোৰ ইয়াতে থাওক। কাইলৈ আমি পৰীক্ষা কৰাৰ পাছতহে নিব পাৰিব।"

"ভাল কথা কৈছা? পাভচিলাত মাটি নাই নে কি? চিমেণ্টৰ ভিতৰত মই মাটি ভৰাই আনিম নে কি?"

"মাটি নভৰায় বুলি জানো ঠিকাদাৰ বাবু। আপুনি ইমান অঁকৰা নহয়। ক'লা-বিধৰ মাটি বুলিহে আমাৰ সন্দেহ হৈছে।"

এই কথা কোৱাৰ লগে লগে দুই পক্ষৰ তুমুল তৰ্ক-বিতৰ্ক হ'ল। তৰ্ক-বিতৰ্ক হতা-হতিত পৰিণত হ'ব পাৰে বুলি এটা শান্তি-সেনাই ধনঞ্জয়ক মাতিবলৈ গ'ল। সিহঁতে ভোগৰামৰ শেষৰ ফুচুলনিত ভোল নগ'ল। ভোগৰামে এটা শান্তি-সেনাক আঁতৰলৈ মাতি নি কৈছিল, "আজিৰ ৰাতিটো চিমেণ্ট ব্লক হৈ থাকিলে মোৰ বৰ 'ল'চ্' হ'ব। কিছু টকাকে লোৱা।" এনেকৈ কোৱাত শান্তি-সেনাৰ বেছিহে সন্দেহ হ'ল।

ধনঞ্জয় আহি পালেহি। সি প্ৰধান শান্তি-সেনাটোক আঁতৰলৈ মাতি নি ফুচ্‌ফুচাই সুধিলে, "তহঁতে ভোগৰামৰ পকেট্ চেক্ কৰিছিলি? তাৰ হাতত যে পিস্তল থাকিব পাৰে!" ল'ৰাটোৱে 'নাই' বুলি কোৱাৰ লগে লগে ধনঞ্জয় লৰি গৈ ভোগৰামক মহতিয়াই মাটিত পেলাই দিলে। লগে লগে শান্তি-সেনা চাৰিটাই ভাৰাটীয়া গুণ্ডা দুটাৰ ওপৰত উজাৰ খাই পৰিল। এটাই ম'হৰ শিঙৰ পেঁপাটো বজাই দিলে। হতা-হতি, মৰা-মৰি আৰম্ভ হ'ল। ধনঞ্জয় আৰু ভোগৰামৰ মাজত দৰবা-দৰবি লাগি থাকিল। গাৱঁৰ মানুহ লৰি-ঢাপৰি ঘটনাস্থল পালেহি আৰু দেখা পালে, বুকুত উঠি ধনঞ্জয়ে ভোগৰামৰ জেপৰপৰা পিস্তল এটা উলিয়াই বুকুৰ কালে টোঁৱাইছে।

সি কোঁপাই কোঁপাই ক'লে, "এতিয়া যদি তোক গুলীয়াই মাৰি লাচটো সোণাইত উটুৱাই দিওঁ ?"

ভোগৰামে অস্ফুট মাতেৰে ক'লে, "মোক ক্ষমা কৰা ধনঞ্জয় ।"

ধনঞ্জয় গৰ্জি উঠিল, "কাপুৰুষ, লাজ নেলাগে ? ভয় নকৰিবি। আমাৰ দৰে মানুহে মানুহ হত্যা নকৰে। কৰিব নোৱাৰেও। তহঁতৰ দৰে মানুহেহে হত্যা কৰিবৰ মন পাইছে। কিন্তু নোৱাৰ। তহঁতৰ সাহস নাই, কাপুৰুষ !"

থিতাতে গাৱঁৰ মানুহে ভোগৰাম আৰু গুণ্ডা দুটাক বান্ধি পেলালে। পুৰা পুলিচক খবৰ দিয়া হ'ল। আব্‌কাৰী বিভাগৰ মানুহো আহিল।

আব্‌কাৰী বিষয়াজনে পোনতে ধনঞ্জয়ক সুধিলে, "বস্তা পৰীক্ষা কৰিছিল জানো ?"

ধনঞ্জয়ে ক'লে, "নাই কৰা ।"

"তেনেহ'লে, বাজেয়াপ্ত কৰিলে কিয় ? বিষয়াজনৰ কথাৰ সুৰটো সুকীয়া। ভোগৰামৰ সপক্ষে কোৱাৰ দৰে। ধনঞ্জয়ে ধৰিব পাৰিলে। সি বিনীতভাৱে ক'লে, "চৰকাৰৰ গৃহৰক্ষী বাহিনী আৰু আমাৰ শান্তি-সেনা একে বস্তু। আমাৰ নিয়ম মতে ৰাতি গাৱঁৰ ভিতৰেদি সন্দেহজনক মানুহ যাব নোৱাৰে। এওঁলোকে মাজনিশা চিমেণ্ট অনাৰ অৰ্থ কি ? তাকো নাৱত আনিছে। দুটাৰ হাতত লাঠি আৰু এটাৰ হাতত পিস্তল কিয় ?"

বিষয়াজনে একো নেমাতিলে। ৰাইজৰ খুব কৌতূহল হ'ল। সকলোৱে দাবী জনালে যে সকলোৰে আগতেই বিলাতী মাটিৰ থৈলা খানাতালাচ কৰিব লাগে।

থৈলা খানাতালাচ হৈ গ'ল। দুটা থৈলাত কানিৰ দুটা টোপোলা পোৱা গ'ল। আব্‌কাৰী বিষয়াজনে কানি জুখিবই খোজা নাছিল। লগত জোখা বস্তু নাই বুলি কৈছিল কিন্তু মানুহে এখন সৰু পাল্লা আৰু দগা আনি দিলে। জোখ লোৱা হ'ল। এক কিলো কানি পোৱা গ'ল।

ভোগৰাম আৰু লগৰ গুণ্ডা দুটা গেপ্তাৰ হ'ল। চহৰলৈ চালান গ'ল। সোণাইপৰীয়া ৰাইজৰ মাজত ঘটনাটোৱে চাঞ্চল্যৰ সৃষ্টি কৰিলে। ঘটনাটো সকলোৰে মুখে মুখে হ'ল। ধনঞ্জয় ৰূপকথাৰ বীৰ-যোদ্ধা হৈ পৰিল। সেইদৰে ভোগৰামৰ বদনাম বতাহৰ দৰে বিয়পিল। আগতেও মানুহে শুনিছিল যে ভোগৰামে ক'লা-বেপাৰ কৰে। পিছে ফুটাই ক'বলৈহে সাহ হোৱা নাছিল। কাৰণ আজিকালি ভোগৰাম সোণাইৰ পাৰত সকলোতকৈ ধনী মানুহ। তাৰ যি প্ৰতাপ, সি যি-কোনো মানুহৰ অপকাৰ কৰিব পাৰে। তদুপৰি তাৰপৰা টকা ধাৰ লোৱা মানুহো বহুত। মানুহে শেষৰ ফালে তাক দেখি সৰু সৰুকৈ কথা পতা হৈছিল। তাৰ ওচৰত বহুত মানুহে মূৰ দোঁৱাই কথা পাতিছিল। আৰু আজিকালি যিটোহে কাৰেংঘৰ যেন ঘৰ সাজিছে? এলাপেচা মানুহৰ তাৰ ঘৰখনত সোমাবলৈকে বুকু লৰি যাব।

ভোগৰাম সাত দিন হাজতত আছিল। গোচৰটো বেয়াৰ ফালেই ঢাল খাইছিল। অৰ্থাৎ আইনৰ মেৰপাকত পৰি ধনঞ্জয়ৰ প্ৰতি বৃহস্পতি পোন হৈছিল। পিছে গাৱঁৰ মানুহে সাক্ষী দিয়াতহে তাৰ অৱস্থা কাহিল হ'ল। তাৰ দুবছৰ জেল হ'ল। বাকী দুটা মানুহৰ ছমাহহে জেল হ'ল। কাৰণ বিলাতী মাটিৰ গৰাকী সিহঁত নহয়। ভোগৰামহে।

জেললৈ যোৱাৰ আগতে তৰুলতা আৰু ল'ৰা-ছোৱালী কেইটাই তাক দেখা কৰিছিল। তাৰ চকু পানী ওলোৱা নাছিল। মুখত দৃঢ়তা আছিল। সিংহইহে যেন গঁৰালত থাকি প্ৰতিহিংসাৰ দৃষ্টিৰে দূৰলৈ চাইছিল। তৰুলতাই কান্দিছিল। কাৰণ তাৰ কথা আৰু মুখত ভৱিষ্যতে ভাল হোৱাৰ প্ৰতিশ্ৰুতি নাছিল। সি জেললৈ ওলোৱাৰ আগ মুহূৰ্তত বেংকৰ 'চেক বুক'ৰ পাত দুটামানত চহী কৰি জেঠৈৰীয়েক মুকুতাৰ হাতত দি কৈছিল, "এয়া দিলোঁ। ক্ৰচ-চেক্। ঘৰখন এই দুবছৰ চাব। টকা-পইচাৰ আৰু অসুবিধা হ'লে টৌত্তী বা সনৎ ফুকনক ক'লেই হ'ব।"

কথাবোৰ ওপৰত উল্লেখ কৰাজকৈ জালেখিনি কমকৈ শুনিও বাসন্তীয়ে ঘটনাৰ সকলো তাৎপৰ্য্য বাছি উলিয়ালে। নবৌৱেকৰ কাৰণে তাইৰ খুব দুখ হ'ল। কিন্তু বিশেষ কি নতুন কথা কৈ তাই তৰুলতাৰ মনটো শাঁত কৰিব? তৰুলতাইনো অপমান-অপযশ সহি কোনটো লাজেৰে দৰভিয়ালৈ আহি তাইৰ আগত দুখৰ কথা ক'বহি? বাসন্তীয়েনো তৰুলতাক মাত লগাবলৈ ম'ৰাপুৰলৈ যায় কেনেকৈ? তাই যে ভোগৰামৰ ভনীয়েক বুলি ক'বলৈকে বেয়া পোৱা হৈছে। তাই ভাবিলে, জীৱনত আৰু ওপজা ভেঁটিটো গচকিবলৈ তাইৰ কপাল নহ'ব। ইমান দুখতো ধনঞ্জয়লৈ মনত পৰি আৰু লোকৰ মুখে তাৰ প্ৰশংসা শুনি তাইৰ মনত বিজুলী জিলিকিল।

বাসন্তীক বৰ মন মৰা অৱস্থাত দেখি ভগীৰথ বুঢ়া আকৌ চিন্তাত পৰি গ'ল। তেওঁ উপযাচিয়েই এদিন ক'লে, "বাসন্তী, ককায়েৰৰ কথা ভাবি থকা লাভ নাই। ককায়েৰৰ অৱস্থাই বেয়া কৰিছে। ককায়েক বেয়া হ'লে জানো মানুহে ভনীয়েকবোৰক বেয়া বুলি ভাবে? এইখনেই তোৰ ঘৰ। আমিয়েই তোৰ আই-বোপাই। আমি বেয়া হ'লেহে বা আমি তোক বেয়া পালেহে, তোৰ বেয়া লাগিবৰ কথা।"

বুঢ়াৰ কথা কেইটা শুনি বাসন্তীৰ গাটো চেঁচা পৰি গ'ল। বুঢ়াকেই পৃথিৱীৰ সকলো মানুহতকৈ জ্ঞানী যেন লাগিল। বুঢ়াক বেজাৰ নকৰোঁ বুলি কথা দি তাই নিজৰ কৌতুহল দমাব নোৱাৰি সুধি চালে, "দেউতা, এই নুবুজা কথাটো অলপ বুজাই দিব নে?"

"ক আই।"

"ভোগৰামে মোৰ কাৰণে বৰ ভাবিছিল। মোক উলিয়াই দিয়া দিনাও বোলে সি খুব দুখ কৰিছিল। তাৰ ঘৰত মন বহা নাছিল। মই বাঁৰী হওতে আৰু মোৰ পোনাটো কাল হওতেও সি মোৰ সমানেই দুখ পাইছিল। তাৰ মনটো ইমান কোমল।

কিন্তু সেইটো ভোগবাদেই একে সময়তে ইমান বেয়া কিয় ? তেনেহ'লে কোনো মানুহকে বিশ্বাস কৰিব নোৱাৰি ?"

প্ৰশ্নৰ ধৰণ দেখি চাৰি-দেশ ফুৰা, চাৰি-কথা শুনা ভগীৰথ কাননগু বিপাণ্ডত পৰি গ'ল। ভাবিলে, আজীৱন দুখ সহাৰ কাৰণেই ছোৱালীৰ গম্ভীৰতা বাঢ়িছে। তাই মূল সত্য বিচাৰিছে। কিন্তু এই জগতত কেৱল 'পৰম পুৰুষ'ৰ বাদে আৰু কি মূল সত্য থাকিব পাৰে ? বুঢ়াই লাহে লাহে ক'লে, "আই, এই বুঢ়া-কালতো তোৰ প্ৰশ্নৰ সঠিক উত্তৰ দিব নোৱাৰিম। মইনো কিমান বিদ্যাৰ মানুহ ! তথাপি প্ৰভুত ভাৰসা আছে কাৰণেই নিজে বিশেষ ভুল কৰা নাই বুলি হয়তো মাজে মাজে ভাবোঁ। পুথি-পাঁজি পঢ়িবি আই। শাস্ত্ৰইহে মনৰ সকলো সংশয় দূৰ কৰে। দুখো দূৰ কৰে।"

"পঢ়িম বাৰু ! পিছে এতিয়া যে মোৰ মনটো খুন্দুৱাই আছে !"

"আই, মই ভাবোঁ, একেটা মানুহৰে দুটা মন আছে। সেই কাৰণেই সদায় কাষত থকা মানুহটোও বুজা টান। মাটি খান্দি খান্দি কেই কিলোমিটাৰমান দ ঠাইত তেল, কয়লা বিচাৰি উলিয়াব পাৰি; কিন্তু মানুহৰ মনৰ ওৰ পাব নোৱাৰি। মানুহৰ একেলগে দুটা মন আছে কাৰণেই মানুহৰ আন এটা মানুহৰ প্ৰতি কৌতূহল ইমান বেছি। মানুহ দোষ-গুণৰ সমষ্টি। নিৰ্ভুল মানুহ পাবলৈ টান। অতি বেয়া মানুহৰো অতি ভাল গুণ থাকিব পাৰে। নৰ-বধী মানুহেও চৰকা বেমাৰত বলদ এটা মৰিলে কান্দিব পাৰে। সেয়েহে মই মাজে মাজে ভাবোঁ, ভাল গুণতকৈ বেয়া গুণৰ মাত্ৰা চৰিলেহে মানুহটো দেশৰ কলংক হৈ পৰে। সি নিজেই ধ্বংসৰ বাট বিচাৰি লয়। ভোগবাদৰ সেয়ে হৈছে। সেই কাৰণেই, মনটো স্থিৰ কৰিবলৈ হ'লে প্ৰভুত বিশ্বাস লাগে। বাসনা, লোভ আৰু মোহৰ কোনো সীমা নাই। সেয়েহে মানুহৰ সুখ নাই। সেই কাৰণেই 'শাস্ত্ৰৰ মুক্তি' এনে আগুৰুণীয়া। নিষ্কাম ভকতিৰে আত্মাক ভগৱানৰ লগত লীন কৰিব পাৰিলেহে মানুহে প্ৰকৃত শান্তি লাভ

কৰে। মন একমুখী হয়। অহংভাব দূৰ হয়। জীৱই মুক্তি পায়। সেয়েহে ভাবিবলৈ মন যায়, শংকৰ-মাধৱে আমাক যি দি গ'ল, আজি পাঁচ-শ বছৰেও অসমৰ কোনো নেতাই আৰু অধিকাৰে সেই-খিনি দিব পৰা নাই। আনকি তাৰ মূল্যও বুজিছে নে নাই সন্দেহ।"

নিজক কোৱাৰ দৰে ভগীৰথে কথাখিনি ক'লে। বাসন্তীৰ উপস্থিতিটো পাহৰি, ঘোষা একাকি ভুনভুনাই গালে :

কৰ্মত বিশ্বাস যাৰ হিয়াত থাকন্ত হৰি
অতিশয় দূৰ হোন্ত তাৰ।
দূৰতো বিদূৰ হোন্ত অহংকাৰ থাকন্তেয়ো
সাক্ষাতে কৃষ্ণক পাৰে,
শ্ৰৱণ কীৰ্তন ধৰ্ম যাৰ॥·········

বাসন্তীৰ মনটো জুৰ পৰি গ'ল। ঘৰখন হঠাতে তীৰ্থ যেন লগা হ'ল। তাই দেউতাকৰ ওচৰৰপৰা আঁতৰি গ'ল। একে থৰে আগ ফালে থকা সোণাইখনলৈ চাই থাকিল। খৰালিৰ সোণাইখনৰ সোঁতৰ গতি ধীৰ। আগৰ উচ্ছলতা নাই। পানী ফটিকৰ ধাৰ যেন। ইয়ো সোণাইৰ নতুন ৰূপ। এই ৰূপতো মহিমা আছে। এয়া যেন সোণাইৰ নিস্পৃহ জ্ঞানবৃদ্ধ ৰূপ। মাঘৰ ঠেঁটুৱৈ লগা জাৰে আৰু কাষৰ জুকলা লগা গছে এই ৰূপৰ অকণো হানি কৰিব পৰা নাই।

সেই দিনাই ভণিতাই ক'লে, "তই এইদৰে খান কাপোৰ পিন্ধি থাক কাৰণে দেউতাৰৰ মনত দুখ। কৈছে বোলে, এনে বেশত থাকিলে তোৰ সন্তাপ বাঢ়িবহে। দুখ-সুখৰ মূলতে হ'ল মণটো। এনেকুৱা পোছাকে তোৰ মনটো আগতকৈ বেয়াহে কৰিব। তই পাকলইঁতৰ দৰে কাপোৰ পিন্ধি থাকিলেহে আমি মনত সন্তোষ পাম। কি স'তেৰেঁ গাভৰু মানুহজনীয়ে এইবোৰ পিন্ধা চাই থাকিম?"

পাছ দিনাৰপৰা বাসন্তীয়ে গুটিফুলীয়া বিহা আৰু পাৰি লগোৱা মেখেলা পিন্ধা হ'ল। পাকলইঁতৰ দৰে চুলি বন্ধা হ'ল। ফোঁট নোলোৱা কাৰণেহে কেৱল গাত বিধৱাৰ চিন ৰ'ল।

মার্চ মাহৰ পহিলা সপ্তাহত ভগীৰথ কাননগু পেঞ্চনৰ টকা আনিবলৈ চহৰলৈ গ'ল। সেই টকাৰে 'শ্ৰীশংকৰ বাক্যামৃত' নামৰ-প্ৰকাণ্ড ছপা পুথি এখন আৰু ৰত্নাৱলী এখন আনিলে। ঘোষা এখন ঘৰত আছেই। লগতে অসমীয়া অভিধান এখনো কিনিলে। পুথি দুখন আৰু অভিধানখন বাসন্তীক দিলে।

লাহে লাহে বাসন্তীৰ মুখলৈ প্ৰসন্নতা আহিল। ঘৰত কোনেও তাইক কাম কৰিবলৈ নেপাঁচে। তাই দুই বেলা আৰু আজৰি সময়ত পুথি পঢ়ে যদিও সধৰা থকা দিনৰ উৎসাহেৰে কাম-বন কৰে। বাসন্তীক এনে অৱস্থাত দেখি ঘৰৰ সকলোৰে ৰং পায়। ভাগি যাব খোজা ঘৰখন জীপ ধৰি উঠে। বাসন্তীয়ে পাৰুলহঁতৰ লগত গাওঁ ফুৰে। ভাওনা-সবাহ চায়।

এদিন তাই তৰুলতাৰো খা-খবৰ কৰি আহেগৈ। পাভচিলাৰ মাহীয়েকৰ ঘৰলৈ যায়। মনৰ অৱস্থা একে হৈ থাকে।

দিনৰ পাছত ৰাতি আহে। বাসন্তীৰ কাৰণে অৰ্থহীন তাৰিখবোৰ আগ বাঢ়ি গৈ থাকে। তাৰিখ আগ বাঢ়ি মাহ শেষ হয়। নতুন মাহে নতুন মহিমা দেখুৱায়। ছয় ঋতুৱে সোণাইপৰীয়া মানুহক পৌনঃপুনিক অথচ চিৰ নতুন আনন্দ-উৎসাহ দিয়ে। কোনো ঋতুত বিয়া হয়, কোনো ঋতুত বোৱাৰী তিৰোতাই পহিলা সন্তানৰ মুখ দেখে। কাৰোবাৰ হয়তো হৃদয়ত পীৰিতিৰ অংকুৰ গজে। সুখৰ ভৱিষ্যৎ বিচৰা, অকলশৰীয়া অৱস্থাতে দুৰাশাই বিচলিত কৰা, আৰু যৌৱনৰ স্বাভাৱিক গতিক সামাজিক নীতিয়ে ৰুদ্ধ কৰা বাসন্তীৰ দেহ-মনক শান্ত কৰিবলৈ বিচাৰে তাই বিকল্পৰ ওপৰত ভাৰসা কৰি।—পাৰুল-পুতুলীহঁতৰ লগত মিলি-জুলি চলি, ভণিতা আৰু ভগীৰথক ভক্তি কৰি আৰু তেওঁলোকৰ মৰম-চেনেহ গ্ৰহণ কৰি, ঘৰুৱা কাম-বনত ব্যস্ত থাকি আৰু শাস্ত্ৰত সন্ধানী মনটো গুজি ৰাখি তাই সুখী হ'বলৈয়ো বিচাৰে।

ছবছৰ পাৰ হয়। ছবছৰত ছুটাকৈ ফাগুন, ছুটাকৈ বাৰিষা, ছুটাকৈ বুকু চেঁচা কৰা শীত। বহুত দিন। গাভৰু তিৰোতাৰ কাৰণে যে আৰু দীঘলীয়া দিন। দিনবোৰ তাইৰ কাৰণে আৰু দীঘলীয়া হৈ পৰে। গতানুগতিক জীৱনে তাইক আমনি দিয়ে। মৰম-চেনেহে, লোকৰ মুখৰ প্ৰশংসাই আৰু আনকি পুথি পঢ়ি তাই বুজিব পৰা একেখিনি মৰ্মই তাইক আমনি দিয়ে। নিয়ৰৰ টোপালত মুকুতা নসৰে, দিনে দিনে বেদনাহে বাষ্প হয়, উষাৰ পোহৰত ভৱিষ্যতৰ ৰেঙণি নাই। সূৰ্য্যাস্তৰ ৰঙচুৱা ভাৱৰে তাইৰ মনৰ বাসনাত, দেহৰ তৃপ্তিত আৰু নিজম ৰাতিৰ গোপন আকাংক্ষাত হেঙুল-হাইতালৰ বোল নেসানে।

লাহে লাহে বাসন্তীৰ মনটো অস্থিৰ হৈ পৰে। তাই আকৌ থান-কাপোৰ পিন্ধে। ঘৰুৱা কাম-বন নকৰে। মন গ'লে পুথিহে পঢ়ে যদিও আগৰ দৰে নপঢ়ে। নামঘৰৰ ভাওনা চাবলৈকো নেযায়। নামঘৰত ঘনাই ঘনাই আয়তীসকলৰ নাম হয়। তাই নেযায়। তাত নিজৰ দুখৰ উপলব্ধি বেছিহে হয়। কীৰ্তনৰ পদহে আই-নামত বিভিন্ন সুৰত গোৱা হয়। পদৰ এফাকি-ছফাকিৰ আলোচনা চলে। পুত্ৰৰ শোকত যশোদা জননীৰ বিননিত মৰমী মাতৃৰ চকুৰ কোণ তিতে। গোপিনীৰ প্ৰেম-ৰসত আয়তী গোপিনীৰ মনৰ থিৰতা লৰে। এইবোৰ দেখি-শুনি বাসন্তীৰ শোক প্ৰৱল হয়।

লাহে লাহে তাই বাহিৰ নোলোৱা হয়। ছুৱাৰৰ কাষত বহি সোণাইখনলৈকে চাই কিবা-কিবি ভাবি থাকে। কাৰো লগত কথা নেপাতে। ভণিতা আৰু ভগীৰথ চিন্তাত পৰে। সোণাইৰ বুকুলৈ বাৰিষা নামে। প্ৰকৃতি মুখৰ হয়। সোণাইপৰীয়া বালিমাহী-জনীয়েও লগতে লগৰী পাই মনৰ উলাহত উৰা মাৰি ফুৰে, শীতল পানীত গা জুবুৰিয়াই দেহ চেঁচা কৰে। মাছে কণী পাৰে। মতা মাছৰ গাত তেল ধৰে। সোণায়ে যৌৱন পায়। বাসন্তীৰ ছকূল ওপচোৱা যৌৱনে থেকা-খুন্দা খায়। সোণাইপৰীয়া প্ৰকৃতিয়ে আৰু সোণাইপৰীয়াই তাইক পাহৰি পেলায়। তাই ভাবে, মৰিশালিৰ

কুটুকাৰো যদি আপোন অস্তিত্ব আছে, তাইৰহে নাই। তাই আৰু জীৱনৰ অস্তিত্বৰ দৰ্পেৰে জীয়াই থাকিব নোৱাৰে নে? পৰৰ তাইৰ প্ৰতি উদাসীন দৃষ্টি তাইৰ অসহনীয় লাগে। পথ বিচাৰে। গৃহত থাকিও নিষ্ঠুৰ বৈৰাগ্যৰ পথহে তাই দেখা পায়।

॥ উনৈশ ॥

দুবছৰত বহুত পৰিৱৰ্তন হ'ল। সোণাইৰ পাৰৰ শিলগুটি দিয়া আলিটো ঢিং-বজাৰ পালেগৈ। দিনে দুখনকৈ চাৰ্ভিচ বাছ চলা হ'ল। মানুহৰ মনবোৰো জটিল হ'ল। মানুহ স্বাৰ্থপৰ হ'ল। জীয়াৰী-বোৱাৰীৰ নতুন নতুন ধৰণৰ বা-বদনাম ওলাল। পঞ্চায়ত-ৰাজ হ'ল। পঞ্চায়তৰ মেম্বৰ-সভাপতি বাছি উলিয়াবৰ কাৰণে গাৱেঁ গাৱেঁ হাই-কাজিয়া বাঢ়িল। মাৰ-পিট হ'ল। গাওঁবোৰ খিয়লা-খিয়লি লাগি ভাগ ভাগ হ'ল। উত্তৰ-পাৰত দক্ষিণ পাৰৰ দৰে কলি সোমাল। ভাল মানুহৰ মুখৰ কথা নৰজা হ'ল।

পাভচিলাৰ ৰাজ্যিক চিকিৎসালয়লৈ এম-বি, বি-এচ ডাক্তৰ আহিল। সোণাইৰ মাছ মৰা ঠাইবোৰ চৰকাৰে হাজাৰ হাজাৰ টকাত ডাক দিলে। অইন ঠাইৰ নতুন কৌশলেৰে মাছ ধৰা মানুহে সোণাইপৰীয়া মাছুৱৈৰ ভাত মুঠি আৰ্জি খোৱাবো বিঘিনি ঘটালে।

সোণাইপৰীয়া মানুহৰ কথাও লৰ হ'ল, কামো লৰ হ'ল। দৈনিক চহৰৰ বাতৰি পাই থকা হ'ল। গেলা-মালৰ দোকানৰ আগত, পুথি ভঁৰালৰ আগত নাইবা স্কুলঘৰৰ বাৰবিত জুম বান্ধি দৈনিক বাতৰি পঢ়া হ'ল। এম-এল-এ আৰু মন্ত্ৰীৰ নাম মুখে মুখে হ'ল। সোণাইপৰীয়া বহুতেই ৰাজনীতিৰ তালি-ভাঁলি বুজিব পৰা হ'ল। প্ৰচলিত ভাষাত ক'বলৈ হ'লে,—সোণাইৰ পাৰত 'প'লিটিক্স' সোমাল।

ভগীৰথ বুঢ়া কোনোৱা এটা পেঞ্চনভোগীসকলৰ সন্থাৰ সভাপতি

হ'ল। এই দুবছৰত পাকল আৰু পুতুলীক এঘৰলৈ উলিয়াই দিয়া হ'ল। এতিয়া ঘৰত কেৱল বুঢ়া-বুঢ়ী আৰু বাসন্তীহে থাকে। মথুৰাৰ ভায়েক নন্দেশ্বৰ সকৰেপৰা চহৰতে পঢ়া। সি অ'ভাৰচিয়াৰ পাছ কৰি আন এখন জিলাত কামত সোমাল। সিও আলেঙে আলেঙেই ৰ'ল। ভৱিষ্যতে আৰু সি সোণাইপৰীয়া হ'ব নেলাগে।

জেলৰপৰা ওলাই ভোগৰামে তাৰ প্ৰকাণ্ড ৰমকজমক ঘৰটো মাহে কেবা-শ টকাত নতুনকৈ হোৱা সমূহীয়া উন্নয়ন কেন্দ্ৰক ভাৰা দিলে। নিজে চহৰত ঘৰ সাজিলে। চহৰত সি জমা টকাৰে এটা ধানৰ কল কিনিলে আৰু এখন কাপোৰৰ দোকান খুলিলে। অকলতাকো সি চহৰলৈ লৈ গ'ল। সিহঁতে সোণাইপৰীয়া জীৱনক নেওচা দিলে।

চৌপাশৰ ইমানবিলাক পৰিৱৰ্তনৰ কথা বাসন্তীয়ে লোকৰ মুখেহে শুনিলে। (অৱশ্যে পাকল আৰু পুতুলীৰ বিয়াৰ কথা সুকীয়া।) ননদহঁতৰ বিয়াৰ পাছত ওচৰৰ মানুহেও তাইক দেখা নোপোৱা হ'ল। ভগীৰথ কাননগুৰ ঘৰ গুচি বাঁহতল হ'ল। বাসন্তীৰ হালধিৰ গাঁঠি যেন গাৰ ৰঙত কোনোবাই যেন ফুটছাই সানি দিলে। জুলীয়া ৰূপৰ দৰে জিকিমিকি চকু-হালি যেন ব্যথাৰ ধোঁৱাই ঢাকি পেলালে। শিলত কটা মূৰ্তিৰ দৰে অপৰূপ দেহাটো যেন কোনোবা নিষ্ঠুৰ কালাপাহাৰে আপচু কৰি পেলালে। তাই দুবছৰ একে দৰেই থাকিল। তাই এনেকৈ থাকি থাকি এইটোৱেই অভ্যাসত পৰিণত হ'ল। তাই দুখ-কষ্ট পৰক জানিবলৈ নিদিয়াকৈ সহি থাক পিৰৰ পুতোৰ পাত্ৰী নোহোৱাটোৱেই জীৱনৰ সাধনা বুলি ভাবিলে। দুৰ্যোগে তাইক সম্ভ্ৰম-জ্ঞান দিলে।

কিন্তু হঠাতে সকলো ওলট-পালট হৈ গ'ল। মনৱৰী নামৰ তিৰোতা এজনীৰ কাৰণেই তাইৰ এই নতুন আকাংক্ষা জাগি উঠিল। তাই এটা সজীৱ মন পালে। মাটিৰ কুঁহুত ফুলা তেজ-মঙহৰ তিৰোতাৰ মন।···

॥ কুৰি ॥

দৰঙিয়ালৰপৰা প্ৰায় দুই কিলোমিটাৰ নিলগৰ দেচকলাত মনবৰীৰ ঘৰ। চাৰিটা ল'ৰা-ছোৱালীৰ মাক। গিৰিয়েকটো বিষালী কাৰণে ঘৰতে পৰি থাকে। ঘৰৰ ভৰণ-পোষণৰ ভাৰ মনবৰীৰ ওপৰত। আগতে তাই উত্তম অধিকাৰৰ ঘৰত ধান-চাউল খুন্দি দিছিল। কঁাহী-বাটি ধুইছিল। অধিকাৰৰ ঘৰলৈ নিজৰ ঘৰৰপৰা দূৰ কাৰণে তাই তাত কাম কৰিবলৈ এৰিলে।

পাৰুল আৰু পুতুলীৰ বিয়াৰ পাছত ভগীৰথ কাননগুৰ ঘৰুৱা কাম-বন ভণিতাই অকলে চম্ভালিব নোৱাৰা হ'ল। বাসন্তীয়ে ইচ্ছা গ'লে কাম কৰে আৰু ইচ্ছা ন'গলে কুটা এগছিও নোছোৱে। সেই কাৰণে কাননগুৱে মনবৰীক যোগাৰ কৰিলে। মনবৰীয়ে দৰমহা পায়। অধিকাৰৰ ঘৰত যি কাম কৰিছিল ইয়াতো সেই কামেই কৰে। অৱশ্যে ধান-চাউল নেবানে। গাই দুজনী খীৱায়, গোহালি চাফ কৰে আৰু কঁাহী-বাটি ধোৱে। সময় পালে পাচলি আদিও কাটি দিয়ে। বেলিৰ উত্তাপ কোমল হৈ থকাৰ সময়তে তাই ওলায়হি, দুপৰীয়া কাননগুৰ ঘৰতে ভাত খায় আৰু বেলি বহাৰ সময়ত দেচকলালৈ যায়গৈ। কাননগু আৰু ভণিতাই তাইক বৰ ভাল পায়। তাই যি বিচাৰে তাকে পায়। তাই ঘৰলৈ আহি থকাৰ পাছৰপৰাহে বাসন্তীৰ মুখত হাঁহি দেখা গ'ল। মনবৰীয়ে তাইৰ মনৰ বহুত শূন্যতা পূৰণ কৰিলে।

মনবৰীয়ে বাসন্তীক তাইৰ নিজৰ গাৱঁৰ কথা কয়। মনবৰীও কম নহয়। অতি সাধাৰণ কথা এটাও তাইৰ মুখত পৰি ভালকৈ পাগ লয়। আৰু, তাই যে কিমান কথা কয়! দিনৌ এটা নহয় এটা ঘটনা তাইৰ ক'বলৈ আছেই। পিছে বাসন্তীৰ প্ৰশ্নবোৰহে আচৰিত ধৰণৰ—"বাৰু মনবৰী, এতিয়াও সোণাইত চাং পাতি মানুহে বৰশী বায় নে?" "বাৰিষা আকাশ মেঘে ক'লা কৰিলে

সোণাইৰ মাছবোৰে জঁপিয়ায় নে? তেতিয়া ঢলওপঙা হাবিৰ চৰাই-চিৰিকটিয়ে আৱাৰ কৰে নে?" "বৰ মুকলি পথাৰত ম'হ-গুৱালবোৰে আজিকালিও ম'হৰ পিঠিত উঠি বনঘোষা গায় নে?" "কাতি বিহুত শইচ্ চাবলৈ আহোঁতে ছোৱালীক টনা-আজোৰা কৰি পলুৱাই নিয়া হয় নে?"—ইত্যাদি। মনবৰীয়ে এইবোৰ প্ৰশ্নৰ আঁহবোৰ ধৰিব নোৱাৰে। এইবোৰতো তাইৰ গাৱঁৰ আশে-পাশে ঘটিয়েই থাকে। সুধিবলগীয়া কিটো থাকিব পাৰে?

মনবৰীৰ লগত বাসন্তীৰ কথা-বতৰা হয় গোহালি-ঘৰ আৰু খেৰ-ঘৰটোৰ মাজৰ মুকলি ঠাইকণত। ৰ'দ থাকিলেহে এই ব্যৱস্থা। সাধাৰণতে সিহঁত দুজনীৰ গুপুত আলোচনা হয় এটা আওহতীয়া কুঠৰীত। এইটো কুঠৰীত আগতে লেটাই-চেৰেকী, ঘুণ এৰোৱা খোল, শুকুৱাই থোৱা ডাঙৰ জাতি-লাও আদি আছিল। এতিয়া সেইবোৰ একো নাই। কেইখনমান নগা-ঢাৰি আৰু তিনিখন খুৰা এৰোৱা পীৰাহে আছে। এইটো কোঠাত দুইজনীৰ কথা বেছি অন্তৰংগ হৈ পৰে। পোনতে দুয়োজনী এইটো কোঠাত সোমায়েই ইজনী সিজনীৰ বেছি আপোন হৈ পৰিল। ইজনীয়ে সিজনীক যেন খুব ভালকৈ চিনি পালে।

মনবৰীয়ে ক'লে, "আই, আপোনাক 'ইচৰে' ভাল 'বনচিতা' কৰিলে। আপুনিনো এইদৰে দিন নিয়াইছে কেনেকৈ?"

—"বাই, সুসুধিৰি আৰু। এনেকৈ থাকি থাকি এতিয়া থাকিব পৰা হৈছোঁ। মনবৰী, তোৰ লগত কথা পাতি খুব ভাল লাগিব যদিহে তই মোক নিজৰ কথা নোসোধ।"

সেইদিনাৰপৰা মনবৰীয়ে এনে ধৰণৰ কথা সোধা নাই। তাই বাসন্তীৰ বিষয়ে লোকৰ মুখেহে কিবা-কিবি শুনিছে। বাসন্তীৰ নিজ মুখে একো শুনিবলৈ নেপালে। বাসন্তী জটিল ছোৱালী। অৱশ্যে কোনোপধ্যে বেয়া ছোৱালী নহয়। তাইৰ কচিবোৰো সুকীয়া ধৰণৰ। এদিন ক'ব, "মনবৰী, কঠনাতলীৰপৰা শেৱালি-ফুল এমুঠি আনিবিচোন।" মনবৰীয়ে কিয় বুলি সুধিব।

বাসন্তীয়ে ক'ব, "বাতি টোপনি নগ'লে ইয়াৰে গোন্ধ লৈ উজাগৰে থাকি ভাল লাগিব।" অইন এদিন ক'ব, "মনবৰী বাই, মনত পৰিছে, সোণাইৰ পাৰত, সন্তুর ফুকনৰ ঘাটৰ ওচৰত এজোপা বিয়াগোম কদম আছে! কিজানি এতিয়া গছৰ তলত কদম-পুলি আছেই! তাৰে পুলি এটা আনি আমাৰ বাৰীৰ পাছ ফালে ৰুবিহিচোন।" মনবৰীয়ে 'নিচয়' বুলি ক'ব আৰু কদম-পুলি ৰুবহি। আন এদিন বাসন্তীয়ে ক'ব, "মনবৰী, কালি ৰাতি মনে মনে উঠি গৈ খেৰ-ঘৰটো পালোঁগৈ। ভালেমান পৰ খেৰৰ ওপৰত শুই আছিলোঁ। তেনেই ফৰিং ফুটা জোনাক! খেৰ-ঘৰটোও যে কেনেকুৱা লাগিছিল!" মনবৰীও চালাক। তাই এনে ধৰণৰ কথা শুনি মুখ টিপি হাঁহিব আৰু আঁজলীৰ দৰে সুধিব, "খোবা-খুবুনীৰ ৰাতিৰ শোৱনি-ঘৰটোৰ দৰে?" বাসন্তীয়ে উত্তৰ দিব, "মৰতী, তই আৰু উপমা বিচাৰি নেপালি?"

শৰত কাল। আহিন মাহ। দৰঙিয়াল গাওঁ উখল-মাখল এতিয়াৰেপৰা ৰাস-যাত্ৰাৰ কাৰণে আখৰা হৈছে। আজিকালি সন্ধিয়া কাননগু ঘৰত নেথাকে। বাসন্তীৰ ভাব হৈছে, খোল-তাল আৰু গীত-পদে সন্ধিয়াৰ গধুৰ এন্ধাৰবোৰ নাইকিয়া কৰিছে। (নামঘৰটো বেছি নিলগত নহয়। ডবা-কাঁহ, খোল-মৃদঙৰ মাত আৰু গীত-পদ ঘৰৰপৰাই কাণত পৰে।) গীত-পদবোৰো যে কেনে মন-প্ৰাণ উচাটন কৰা! তিলক সূত্ৰধাৰীৰ অৰ্থ-ভটিমাটোৰেও পৰাণ চাটি-ফুটি লগায়: বিৰিন্দা বিপিন বিহাৰ বিশাৰদ শাৰদ ইন্দু পৰকাশী···। তাৰ পাছতেই খোলৰ বোল—ৰিত্‌তা থেই থেইনা খিতি, ৰিত্‌তা থেই থেই, থেইনা থেই তাত্‌তা খিতি···

এইটো শৰততে মনবৰী আৰু বাসন্তী—আৰু বেছি আপোন হৈ পৰিল। বাসন্তীয়ে দুখেৰে ক'লে, "মনবৰী, তই যে সন্ধ্যা ভগাৰ পিছত জোনটোৰ লগে লগে দৈচকলালৈ গৈ থাক, তেতিয়া তোৰ মনটো বেছি ৰকাল লাগে নে?"

"কিনো সোধে ঐ! আমাৰ সেই দিন নাই, আই। চাৰিটাৰ

মাইকী হ'লোঁহি। বাটত যাওঁতেও বাৰে-কুৰি চিন্তা। ল'ৰা-ছোৱালী কেইটাই খোৱা-বোৱা কৰিলে নে নাই, কলিমনে বিষটো বাৰু পালে নে,—এইবোৰ ভাবি যাওঁতেই বাট চমু চাপে।"

"নহয়, তই মিছায়ে কৈছ। এইটো শৰতকাল। ভিতৰত থাকিয়ে গম পাইছোঁ, গছ-গছনি চাগৈ ফলে-মূলে দোঁ খাইছে। সোণাইৰ চাপৰিত চাগৈ চাকৈ-চকোৱা চৰিছে। পাৰোঁতেনো মাধৱদেউ মহাপুৰুষে এই ফাকি ভণিতা কৰিলে নে ?—জলৰ যতেক মল যেহেন শৰতকালে স্বভাৱতে নিৰ্মল হোৱয়।"—

"আমি ইমান বিত্তাৰ তিৰোতা নহয় আই।"

সেই দিনা মনবৰীক বাসন্তীৰ খুব নিৰস লাগিছিল। কিন্তু দুদিন নৌ-যাওঁতেই তাইক বেছিকৈহে ভাল লগা হ'ল।

শৰতকালত সোণাইপৰীয়া গাওঁ শৰতৰ ফলৰ দৰেই সৰস হৈ পৰিছে। ধাননি পথাৰো, মানুহৰ মনবোৰো। সোণাইৰ পাৰলৈ গঙা-চিলনীয়ে যেন ডেউকাত প্ৰণয়ৰ বাতৰি কঢ়িয়াই আনিছে। বাসন্তীৰো অন্তৰ ভৰি পৰিছে। বাহিৰৰ সৰু পৃথিৱীখনত মন দিয়া-নিয়াৰ জোৱাৰ উঠিছে। সেয়েহে দুই-তিনি দিনৰ অন্তৰে অন্তৰে মনবৰীয়ে বাসন্তীক একোটা প্ৰণয়ৰ কাহিনী কয়হি: "যদু সাতোলাৰ জীয়েক চম্পাৰ খাৰু এপাত সোণাইৰ পাৰত পোৱা গৈছিল। তাই হেনো সুধনাৰ লগত গোপনে নৈৰ পাৰত ৰাতি বহিছিলহি। সিহঁত তেনেই মছগুল। খাৰু সুলকি পৰা ক'বই নোৱাৰে।"···

: বাপেক আখৰাত থকা সময়ত মাক থাকে ভাত-চৰু ঘৰত। এনে সময়তে ধৰ্মেশ্বৰ সোমাল। মনোমতীয়ে কাষতে পুৰুষৰ গোন্ধ পালে। কাৰো মুখত কথা নাই। পাছত যেতিয়া সি ঘৰ পালেহি, ঘৰৰ সকলোৰে চকু থিয়। তাৰ চোলাটোৰ বুকুত কেৰা ঠাইতো সেন্দুৰৰ দাগ।...

: জুৰণ মেধিৰ বাঁৰী বোৱাৰীয়েকজনীয়ে এবছৰীয়া কেঁচুৱাটোৰে সৈতে এটালৈ পলাই যাব পায় নে ? যিটোলৈ গৈছে সি ··

: কালি ৰাতি সোন্দৰৰ ঘৰৰ বোৱাৰীয়েক থকা কোঠাটোত

পোলা কাটি চোৰ সোমাইছিল। পুতেক আকৌ আজিকালি পামত থাকে। চোৰে কিন্তু গহনা-গাঁঠৰি, কানি-কাপোৰ একো নিনিলে। এইটোনো কেনে বিধৰ চোৰ? আচলতে কথা ক'ত?—ভেকুৰি তলত। বোৱাৰীয়েকে নিজৰ কোঠাৰ দুৱাৰত ডাং নেমাৰে। কোনোবা এটা, কোননো হ'ব—আমাৰ সেই ৰবচাজ্—প্ৰায়ে আহে। কালি ঘৰৰ আগে ঘুটুং-ঘাটাং শব্দ শুনিলে। সি থিতাতে পলাল।

এনে ধৰণৰ একো একোটা সোণাইপৰীয়া কাহিনীয়ে বাসন্তীক নতুন তৃপ্তি দিয়ে। শেষত মনবৰীয়ে কোৱা এটা কাহিনী শুনি বাসন্তীৰ মনৰ তৃপ্তি নাইকিয়া হ'ল। এই কাহিনীৰ ডেকা-গাভৰুহালে তাইৰ মনত তেজ-মঙহৰ ৰূপ ল'লে। তাইৰ সিহঁতলৈ গভীৰ সহানুভূতি হ'ল।

দৈচকলাৰ মণ্ডু বায়েনৰ ছোৱালীজনীৰ নাম হ'ল কাচনমতী। তেনেই সোণত-সুৱগা চৰা ৰূপ। এতিয়া তাইক লৈ দৈচকলা তল-ওপৰ।

"কেনেকৈ?"

"ইয়াৰ ভালেখিনি কথা আছে। বতৰৰ আগলি-বতৰা ধৰিব পাৰি, সোণাইত টুপাই বুৰ মৰা শিহুক চিনিব পাৰি, কিন্তু গাভৰু ছোৱালী কি বস্তু চিনিব নোৱাৰি।"

"কি হ'লনো?"

"বায়েনৰ ঘৰত মৰকীয়া হাল বোৱা বাজুক লৈয়েই গোটেই তল-ওপৰ।"

প্ৰথমৰ দিনা মনবৰীয়ে ইমানকে জনালে যে ঘৰৰ মৰকীয়া বাজু-হীবা মণ্ডু বায়েনৰ চকুত ধৰা পৰিল। বাজুৱে যোৱা দুবছৰৰ পৰা তেওঁৰ ঘৰত মৰকীয়া খাটি আছিছে। সি ল'ৰাটো বেছ চিধা। বৰ ভাল খেতিয়ক। সি বায়েনৰ আপোন হৈ পৰিল। সি বায়েনৰ

সোঁ-হাত। বাজুৰ কাৰণেই বায়েনৰ ঘৰৰ খেতিৰ বস্তু বছৰে বছৰে বাঢ়িহে গৈছে। আৰু বেলি গুড়ৰ টেকেলি পালে প্ৰায় চাৰি-কুৰি। কিন্তু হিতেঁই বিপৰীত হ'ল। বাজু আৰু কাচনমতী বেয়া ধৰণে বান্ধ খালে। এদিন দুপৰীয়া মণ্ডু বায়েন দলংঘাট বজাৰৰ-পৰা আহি দেখে,—বাজুৱে বায়েন অহাৰ 'বাচ' পাই কাচনমতীৰ কোঠাৰপৰা ওলাই আহিছে। বায়েন খঙত কঁপিবলৈ ধৰিলে। সি জীয়েকৰ কোঠালিত সোমাব কিয়? বাজু আঁতৰিলত বায়েনে ঘৈণীয়েকৰ হতুৱাই কাচনমতীৰ বিচাৰ ল'লে। তাই বিচনাত লাং খাই পৰি আছে। শুইছে। মাকে বুজি নেপালে,—কিয় দুপৰ নৌ-হওঁতেই জীয়েকৰ মৰ-টোপনি আহিল। কিন্তু কথাটো পলমকৈ গম পালে মাক-বাপেকেহে। ইতিমধ্যে গাৱঁৰ মানুহে আগৰপৰাই বু-বু-বা-বা লগাইছেই।

মনবৰীয়ে ক'লে, "কাচনমতীৰ শোৱনি-ঘৰটোত, সোমালেই মনটো কেনেবা কেনেবা লাগি যায়। আপোনাৰ বয়সৰ তিৰোতা যে সেইটো কোঠাত সোমালে গাটো ৰাঁই-জাঁই কৰিব।"

বাসন্তীয়ে ব্যগ্ৰ হৈ সুধিলে, "তই জানো বায়েনৰ ঘৰলৈ যাৱ?"

মনবৰীয়ে মাত লগালে, "প্ৰায়ে যাওঁ। তাই কোঠালিটো হ'লে একৰকম কৰি ৰাখিছে। বেৰত ভালেমান ৰং-বেৰঙৰ ফটো আঁৰিছে। দেখিলেই লাজ লাগি যোৱা বিধৰ। এইবোৰ ফটো হেনো ইংৰাজী কিতাপত থাকে। পিছে ইংৰাজী কিতাপনো ক'ৰ বুলি ভাবিছে? বীৰেন দোকনীয়ে মাল বেচিবলৈ অনা কাগজৰ মাজত মাজে মাজে একোখন বহল বহল ইংৰাজী কিতাপ থাকে। এনে কিতাপৰপৰা পাত ফালি তাইক আনি দিয়েহি বাজুৱেহে। তাইৰ কোঠাত কপৌ ফুল থাকেই। এতিয়া বকুল, খৰিকা-জাঁই গোন্ধে মলমলায়।"

"বাৰু. সেইবোৰ বাদ দে। মণ্ডু বায়েনে বাজুক কি ক'লে?"

*"সেই দিনা একো নক'লে। পাছ দিনা তাক সাৱধান কৰিয়েই নিদিলে, খেতিৰ ভাগ নিদি তাক খেদি দিলে।"*

বাসন্তীয়ে এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

কেইদিনমান মনবৰীয়ে কাচনমতীৰ কথা নক'লে। এবাৰ দিনৰ মূৰত ক'লে যে, কাচনমতীয়ে বাপেকৰ মাৰ খাইছে। মাকে উশাহ নোলোৱাকৈ বকিছে। কাচনক আজিকালি সুকীয়া কোঠাত শুবলৈ দিয়া নহয়। মাকৰ লগতহে শুব লাগে। ৰাতি জীয়েক আছে নে নাই ভাবি মাকে মাজে মাজে খেপিয়াই চায়।

বাসন্তীৰ আৰু দুখ লাগি গ'ল। সুধিলে, "বাৰু মনবৰী বাই, বাজু যদি দেখনিয়াৰ ল'ৰা, তাকে কাচনমতীক দি নিদিয়ে কিয়?"

মনবৰী বাজি উঠিল, "বাৰু কথা সুধিছে! বায়েন হ'ল শুধ কলিতা মানুহ। তদুপৰি মণ্ড বায়েন গাঞ্চাৰ বায়েনৰ দৰে নাম থকা মানুহৰ পুতেক। আৰু, বাজু হ'ল হীৰা। একালত তাৰ মাকে হাটে হাটে মলা, চৰু বেচি ফুৰিছিল। হীৰাৰ ল'ৰাৰ লগত যদি ছোৱালীয়ে ঘৰ পাতে, বায়েনৰ বংশৰ সন্মানটো ৰয় ক'ত? আমাৰ দৰে মানুহৰ তেওঁ যহ্‌তহ্‌। কোচ আৰু কলিতাৰ মাজত তফাতনো কিমান? বাজু এটা ওপঙি ফুৰা ল'ৰা। মাটি-বাৰী নাই। মাথোন সোণাইৰ পাৰত জুপুৰি-ঘৰ এটা আছে।"

মনবৰীয়ে বাজুৰ বিষয়ে এনেকৈ কোৱাত বাসন্তীয়ে মনত আঘাত পালে। তাই ক'লে, "বাৰু বাই, সিহঁতহালৈ তোৰ অকণো পুতৌ নেলাগে নে?"

মনবৰী নিমাতে ৰ'ল।

এপষৰ পাছত কথা। মনবৰীয়ে বাজুক এদিন সোণাইৰ পাৰত লগ পাইছিল। সি হেনো এইবাৰ এপুৰা মাটি আধি লৈ খেতি কৰিব। তাই তাক বিশেষ একো নুসুধিলে। কিন্তু দুদিনৰ পাছতেই হুৱা-দুৱা লাগিল। কাচনমতীৰ খাৰু দুপাত মাকে নেদেখি তাইক সোধাত তাই একো উত্তৰ নিদিলে। ঘৰত তাই মাৰ-ধৰ খালে। তাই বাপেক-মাকৰ ডাঙৰ সমস্যা হৈ পৰিল। সেই দিনাৰ-পৰা তাইৰ অৱস্থা আৰু দুখ লগা হ'ল। বাহিৰৰপৰা ছুৰীৰ-ডাং মাৰি তাইক ৰখা হ'ল। তাই শুকাই-খীণাই গ'ল। বাপেক-মাকে

ভাবি পালে যে তাইক এনেকৈ ৰখাৰ আগতে ৰাতি কোনোবা সময়ত বাজুক লগ পায়। খাৰু ছুপাতো তাই নিশ্চয় বাজুকেই দিলে।

"বাজুক খাৰু দিবলগীয়া হ'ল কিয় মনবৰী ?"

"মৰমৰ ৰীতি বুজা বৰ টান আই। খেতিৰ ভাগ নিদিয়াত বাজুৰ অৱস্থা হীন হ'ল। সি খাব কি ? এতিয়া আধি খেতি কৰিব যদিও শইচ পাব কাহানিবাকৈ। তাৰ বিলৈ নাই। এই মাহতে সি জিলালৈ ছুবাৰ গৈছে। এবাৰ মই লগ পাইছোঁ দলংঘাটত, এবাৰ হাতীচুণ্ডত। জিলালৈ যোৱাকলৈ, সি খাৰু ছুপাত বেচিহে ভৰি আছে। সোণায়ে বছৰি বছৰি পলস পেলালে কি হ'ব ? ইয়াত ধানৰ কুইণ্টালত বত্রিশ টকা। এই মৈমনচিঙীয়া সোপাই মৰাপাটৰ খেতি কৰা কাৰণেই কিজানি ধানৰ দাম বাঢ়িছে। সিহঁতে আকৌ চৰা দামত মৰাপাট বেচি ধান কিনিয়ে খায়।"

মনবৰীয়ে কথাখিনি দুখেৰেই ক'লে। সোণাইৰ পাৰখন যে কি আছিল আৰু এতিয়া কি হৈ পৰিল! এসময়ত গাখীৰ এনেয়ে পাইছিল। এতিয়া গাখীৰ দেৱতাৰ বস্তু হৈ পৰিল। ইয়াত এতিয়া এনেয়ে কেকুৰা ধান—এক কিলোও পোৱা নেযায়। সোণাইত দলং হ'ল। শিলগুটি দিয়া আলিত বাছ-মটৰ চলিল। বহুতে উন্নতি হৈছে বুলি কৌপ-ৰছী কথা কৈ ফুৰিলে। কিন্তু উন্নতি হ'ল জানো ? মানুহৰ সংখ্যা বাঢ়িল। খেতিৰ মাটি নেবাঢ়িল। এতিয়া আগৰ দৰে খেতিয়কে বেপাৰীক ধান বেচিব নোৱাৰে। যি ঘৰ মানুহে ধান বেচিব পাৰে, সেই ঘৰ মানুহৰ আকৌ আন ৰোজকাৰো আছে। দৈচকলাৰ বাপনে বছৰি—শ কুইণ্টাল ধান বেচে। সিফালে তাৰ পুতেকহে আকৌ জিলাত নাজীৰ। মাটিৰ অভাৱত এতিয়া সোণাই-পৰীয়া মানুহ আন ঠাইলৈ যাবলগীয়া হৈছে। কিছুমান কাকীলৈ উঠি গৈছে। একেলগে এঘাৰটা খোল বজাব পৰা বাঁহীত ফুক দি ছোৱালী বাউলী কৰিব পৰা ডেকাও এতিয়া চহৰত পিয়ন-চাপ্রাচী হৈছেগৈ।

"তেনেহ'লে তই কি ভাব ? সিহঁতে এনেকৈয়ে থাকিব নে ?

সিহঁতে ইমান দুখ কেনেকৈ সহিব? বুইছ, মনবৰী, মানুহৰ জীৱনত ছেগ এবাৰহে আহে। সিহঁতে আৰু পলম কৰা উচিত নহয়।"

কথাখিনি কৈ বাসন্তীয়ে আজি ইস্ ইস্ কৰিলে। তাইৰ চকু সজল হৈ পৰিল। মনবৰীৰ ভাব হ'ল,—কাচনমতী আৰু বাজুৱে ছেগ বুজি কাম নকৰাৰ কাৰণেহে যেন বাসন্তী ওৰে জীৱন সজাৰ পখীৰ দৰে থাকিবলগীয়া হ'ল।

"বাসন্তী, মই বহুত ভাবি-চিন্তি চাইছোঁ;—কাচনমতীৰ আৰু ইহ-জনমত শান্তি নহয়। তাই ভাল যমকাল যেন মাক-বাপেকৰ হাতত পৰিছে।"

"মই হ'লে বিশ্বাস নকৰোঁ মনবৰী। সিহঁত এদিন নহয় এদিন পলাই যাবই। তোৰ মুখে কথাবোৰ শুনিছোঁ যদিও তোতকৈ মই বেছি বুজিছোঁ।"

আন এদিন মনবৰীয়ে জনালেহি যে বাজুৱে ধাৰলৈ টকা বিচাৰি ফুৰিছে। এবছৰৰ পাছত হেনো সি ধাৰ পৰিশোধ কৰিব। উজনি অসমত হেনো নতুনকৈ কেবা ঠাইতো তেলৰ পুং ওলাইছে। সেইবোৰ ঠাইত হেজাৰ হেজাৰ মানুহে হাজিৰা খাটে। সিহঁতে তেলৰ নলা মাটিত বহুৱায়। ঘৰ-দুৱাৰ সজা মানুহো বহুত লাগে। হাজিৰা খাটিলেও দিনে পাঁচ টকা ছটকা পায়। বাজুৱে জিলাত গৈ শুনিলে যে সি তেনেকুৱা হাজিৰা খটা কাম পাবই। কিন্তু তালৈ যোৱা খৰচ বহুত। কোনেও তাক ধাৰ নিদিয়ে।

ইয়াকে শুনি বাসন্তীৰ মনটো ভাল লাগিল। তাই ক'লে, "এতিয়া বুজিলি মনবৰী! সিহঁত পলাই যাবই। সি উজনী অসমলৈ গ'লে তাইকো লগত নিব। মই ভালকৈ বুজি পাইছোঁ।"

মনবৰীয়ে ক'লে, "এইবোৰৰ ওৰ নেপাওঁ দেউ। আমিওতো এদিন মৰমৰ বশ হৈ এটালৈ গুচি আহিছিলোঁ। ইমান মেৰপাক বুজা নাছিলোঁ। এতিয়া আওভাও নেপাওঁ।"

এসপ্তাহৰ পাছত যেতিয়া মনবৰীয়ে জনালেহি যে চাবুক-ধৰাৰ

মানুহে কাচনমতীক আঙঠি পিন্ধালেহি আৰু বহাগৰ চাবি তাৰিখে বিয়া, তেতিয়াও বাসন্তী হতাশ নহ'ল। তাই ক'লে, "মোৰ কথা তথাপি মনত ৰাখিবি মনবৰী। সিহঁত পলাবই। সিহঁতে উত্তম ছেগটোলৈকে বাট চাই আছে।"

"কেনেকৈ ধৰিলে ?"

"কাচনমতীয়ে এঘৰৰ আঙঠি পিন্ধি হাঁহি-মাতি থাকিব। তেতিয়া বাপেক-মাকে তাই বাজুক নেওচা দিলে বুলি ভাবিব। সিহঁতৰ সন্দেহ দূৰ হ'ব। তাইৰ ওপৰত কৰা নজৰ নিদিয়া হ'ব। উলিয়াই দিব খোজা ছোৱালীজনীলৈ আগতকৈ বেছি মৰম হ'ব। এই সুবিধাতে তাই পলাই যাব। সিহঁতে যদি এনে এটা ছেগত কাম নকৰে, ওৰে জীৱন পস্তাব। মোৰ অৱস্থা হ'ব।"

এই কথাখিনি বাসন্তীয়ে এনে আৱেগেৰে কৈছিল যে, তাই যেন কোনোবা অচিন দেৱতাকহে মনৰ ভাব ব্যক্ত কৰিছিল। মনবৰীৰ উপস্থিতিটো পাহৰি গৈছিল আৰু নিজৰ বিষয়ে কোনেও নজনা কথা এষাৰ অতৰ্কিতে মুখৰপৰা বাজ হৈছিল। তাই মুহূৰ্ততে উচাপ খোৱা মানুহৰ দৰে বৈ গৈছিল। ওঁঠ শুকাই গৈছিল। চকু মুদি দিছিল। মনবৰী তাইৰ এই করুণ অৱস্থা দেখি হতবাক হৈছিল আৰু বাসন্তীৰ ওৰে জীৱনৰ আভাস পাইছিল। তাই বাসন্তীক বহুত কিবা-কিবি সুধিবৰ মন গৈছিল। কিন্তু সুধিব নোৱাৰিছিল। এনেয়ে তাইৰ যিহে হিয়া-ভগা দুখ, এতিয়া তাইক তেনে ধৰণৰ কথা সুধি কটা-ঘাত টেঙা দিব নোৱাৰি। বাসন্তী শান্তিত থাওক। পৰম-পুৰুষে তাইক কৃপাৰ দৃষ্টিৰে চাওক। দুখ সহি সহি হঠাতে এদিন শান্তিৰ উঁহ বিচাৰি পাওক।

.সেই দিনা সিমানতে।

পাছ দিনা বাসন্তীয়ে খুব গহীনাই সুধিলে, "তই অকলে জিলালৈ যাব পাৰিবি ?" মনবৰীয়ে সুমিধান দিলে, "কিয় নোৱাৰিম ? আজিকালি বাছ-মটৰৰ দিন, জিলালৈ যোৱাটো উজু। আৰু বেলি মাটি 'মহলিলাম'ত যাওতে অকলে অকলে জিলা ওলালোঁগৈ।"

"ভাল কথা। এটা বস্তু তই জিলাত বেচিব লাগিব। কিয় বেচিব খুজিছোঁ এই বিষয়ে একো নুসুধিবি।"

এই বুলি কৈয়ে তাই শোৱা ঘৰত সোমাল। বাকচৰপৰা খাৰু দুপাত আনি মনবৰীৰ হাতত দিলে। ক'ত আৰু কেনেকৈ বেচিব লাগে তাৰো দিহা দিলে। জিলাত আঁহত গছ কেইজোপামানৰ কাষত এখন ৰঙা টিনপাতৰ স্কুল আছে। তাৰপৰা কেই খোজমান আগ বাঢ়ি গ'লেই এখন সোণাৰিৰ দোকান চকুত পৰিব। মনবৰীৰ দৰে তিৰোতা এজনীয়ে ইমান বঢ়িয়া খাৰুযোৰ বেচিবলৈ অহাৰ কাৰণে ধৰা পৰাৰ ভয় নাই। সেইটো সোণাৰিয়ে চোৰাই মালেই কিনে।

দুদিনৰ পাছত মনবৰীয়ে বাসন্তীক খাৰু বেচি পোৱা টকা দিলেহি। তাই আৰু জনালে যে বাজুৱে পৰুৱাই পোৱা মানুহৰ দৰে ঘূৰি ফুৰিছে। ক'তো তাৰ—টকাৰ যোগাৰ হোৱা নাই।

বাসন্তীক শান্তি পোৱা যেন দেখা গ'ল। তাই আগৰ দৰেই গহীন হৈ ক'লে, "পাছ বাৰীৰ পাচলিডৰা বুঢ়া হ'ল। এই ডোখৰ ঠাইত কোৰ মাৰি আদা, হালধি ৰুব পৰা হ'লে ভাল আছিল। কথাটো তই কাননগুক কবি। তেখেতে মানুহ এটা লগোৱাৰ কথা ক'ব। তেতিয়া তই কোৰ মাৰিবৰ কাৰণে বাজুক্ মাতি আনিবি। মোৰ তাৰ লগত কথা পাতিবৰ ইচ্ছা হৈছে। চাবৰো মন গৈছে।"

সেই মতে বাজু কোৰ মাৰিবলৈ পাছ ফালৰ বাৰীত সোমাল। বাজুৰ লগত বাসন্তীয়ে কথা পাতিলে। পোনতে বাজুৰ বিশ্বাসেই হোৱা নাছিল যে, পৃথিৱীত ইমান মৰমিয়াল তিৰোতা থাকিব পাৰে।

"তোৰ কথা সকলো শুনিছোঁ।"

বাজুৱে লাজ কৰা যেন দেখুৱাই একো নেমাতিলে। বাসন্তীয়ে আকৌ ক'লে, "উজনি অসমলৈ কেতিয়া যাবি ?"

"একো ঠিক কৰা নাই। ভালেখিনি টকা লাগে। এই কেইদিন চলিবলৈকো উপায় নোহোৱাত পৰিছোঁ। কিন্তু যেনে-তেনে বহাগৰ আগতে যাবই লাগিব।"

"তাইকো নিবি ?"

"ভাবিছোঁ।"

বাসন্তীৰ মনটো উজলি উঠিল। তাৰ পাছতেই সিহঁতৰ কথা-ৰতৰা সহজ হৈ পৰিল। বাসন্তীৰ আগত বাজুৱে চকুলো টোকা মনবৰীয়ে দূৰৈৰপৰা মনিব পাৰিলে। মনবৰীয়ে সন্দেহ কৰিলে, বাসন্তীয়েও কিজানি তাইৰ তদনুৰূপ অতীত জীৱনৰ কথাও বাজুৰ আগত কৈ অনুতাপ পাতলাইছে। কাৰণ খাৰু বেচি পোৱা টকাৰ-পৰা তিনি কুৰি দহ টকা বাজুৰ হাতত দিয়াৰ সময়ত বাসন্তীয়ে তাক কোৱা মনবৰীৰ কাণত পৰিল, "যিমান সোনকালে সম্ভৱ সিমান সোনকালে। পলম হ'লে তাইৰো মন ঘূৰি যাব পাৰে, তোৰো সুবিধা নোহোৱা হ'ব পাৰে। বুইছ, বাজু, জীৱনলৈ ছেগ এবাৰহে আহে। মোৰ দৰে ছেগ হেৰুওৱা তিৰোতা আৰু বা কত আছে!"

বাজু আবেলি গ'লগৈ। মনবৰীৰ বাসন্তীলৈ খুব কৌতূহল হ'ল। আজল-মঠালিকৈ সুধিলে, "বাৰু, সিহঁত দুটা যেনিবা পলাই গ'ল, তাৰপৰা আপোনাৰ কি লাভ হ'ল ?"

বাসন্তীয়ে গহীনাই ক'লে, "মানুহে কেৱল লাভ-লোকচান বুজিয়েই কাম কৰে নে কি? সিহঁতৰ কথা শুনাৰেপৰা ভাবি আছিলোঁ, সিহঁতক ঈশ্বৰে ভাল কৰক। আৰু সিহঁত দুটা পলাই যোৱাৰ কথা শুনিবলৈ মোৰ খুব হেঁপাহ হৈছে।"

বহাগ নেপালেগৈয়ে। ফাগুনৰ চাৰি দিন যোৱাত মণ্ডু বায়েনৰ চকুত বালি মাৰি, কাচনমতী বাজুৰ লগত ক'ৰবালৈ পলাই গ'ল। মনবৰীৰ ভাষাত, "সোণাইৰ মাছ-কাছই ভু নোপোৱাকৈ সিহঁত মাজ নিশা পাৰ হ'ল।" মানুহে ভু লৈ একো নেজানিলে। কেৱল সিহঁত ক'লৈ গ'ল এই কথা বাসন্তী আৰু মনবৰীয়েহে জানিলে। বাসন্তীৰ চকুৰেদি আনন্দাশ্ৰু বাগৰিল।

কাচনমতী পলোৱাৰ পাছত বাসন্তীৰ মনত বহুত পৰিৱৰ্তন ঘটিল। আগেয়ে তাই দুখ সহিছিল নিৰবে। এতিয়া তাই অস্থিৰ হৈ পৰিল। আকৌ ধনঞ্জয়ৰ চিন্তা সোমাল। তাই এইবাৰ

ভাবিলে যে সিবাৰতকৈ এইবাৰ কঠোৰ হ'ব লাগিব। নিজৰ সুনামৰ কথা ভাবিব নেলাগিব। শাহু-শহুৰৰ মায়া এৰিব লাগিব।

তাইৰ মনবৰীৰ লগত মিত্তিৰালি আগতকৈ বেছি হ'ল। তাইৰ এৰ বিশ্বাস হ'ল যে মনবৰী বৰ বিশ্বাসযোগ্য তিৰোতা আৰু তাইকো ভাল পায়। এদিন খুব আৱেগেৰে মনবৰীক নিজৰ কথা ক'লে। মনবৰীৰ আগত তাইৰ অকণো সংকোচ নহ'ল। মথুৰাকো তাই এদিন সঁচা কথাই কৈছিল। কিন্তু গোটেইখিনি কোৱা নাছিল। এতিয়া সকলো সঁচা কথা আন এটা প্ৰাণীক কৈ তাই মনটো পাতল কৰিলে। মনবৰীয়েও বাসন্তীৰ ইচ্ছাক সমৰ্থন জনালে।

"মনবৰী, তেওঁক বাৰু তই চিনি পাৱ নে ?"

"মই চিনি পাওঁ। মোক হ'লে চিনি নেপায়।"

"তেনেহ'লে এটা কাম কৰ। মই এখন চিঠি দিম। তই যেনে তেনে তেওঁক দিবিগৈ। চাবি আকৌ, কোনেও যাতে গম নেপায়।"

মনবৰীয়ে কথা দিলে। তাই পাভচিলাত ধনঞ্জয়ক অকলে লগ ধৰিলে আৰু বাসন্তীৰ বিষয়ে সকলো কথা ক'লে,। ধনঞ্জয় বিমোৰত পৰি গ'ল। মনবৰীয়ে দিয়া চিঠিখন বাৰে বাৰে পঢ়িলে, "মৰমৰ ধনঞ্জয়, শেষবাৰ লগ পায়েই বুজিলোঁ তুমিও মোৰ দৰেই, জীয়াতু ভুগিছা। মনবৰীয়েও মোৰ বিষয়ে সকলো ক'ব। আমি এতিয়াও বুঢ়াকাল পোৱাহি নাই। জীয়াই থাকিবলৈ বহুত দিন আছে। কেনেকৈনো আমি জীৱনৰ বাকীছোৱা কাল কটাই দিম ? ইয়াৰ কিবা ব্যৱস্থা নাই নে ? বহুত পুথি পঢ়িলোঁ। তথাপি পৰজন্মৰ পুণ্যৰ বিষয়ে মোৰ ভালকৈ নহ'ল। যিজন ঈশ্বৰে ইহ জনমতে এনে নিদাৰুণ ব্যৱহাৰ কৰিছে, সেইজন ঈশ্বৰেই পৰজন্মত সুখ দিব বুলি কোনে বিশ্বাস কৰিব ? বুজি পাইছোঁ, মই তোমাৰ হৈ যোৱা শুনি মানুহে বিচুৰ্তি খাব। কিন্তু......"

ধনঞ্জয় জীৱনত আটাইতকৈ বেছি আচৰিত হ'ল। শেষৰ বাৰ

যিজনী বাসন্তীক ইমান সহনশীল যেন লাগিছিল, যিজনী বাসন্তীয়ে মনব দাৰুণ অৱস্থাতো হিন্দুৰ বিধবা বোৱাৰী বুলি কৈ গৰ্ববোধ কৰিছিল আৰু মনৰ যাতনাক আজীৱন কঢ়িয়াই নিয়াৰ নিশ্চিত প্ৰতিশ্ৰুতি যাৰ চকুৰে-মুখে ধৰা পৰিছিল ; সেইজনী বাসন্তীৰে মনৰ অকস্মাৎ পৰিৱৰ্ত্তন, অদমনীয় সাহস, সামাজিক মূল্যবোধক তুচ্ছ কৰাৰ প্ৰৱল ইচ্ছা আৰু তাৰ হৈ পৰাৰ ব্যাকুলতাৰ আভাস পাই সি উভয় সংকটত পৰি গ'ল। হাত দুখনে চিঠিখন কঁপাবলৈ ধৰিলে। কপালত ঘাম বিৰিঙিল। মনবৰীক কিবা এটা ক'বলৈ খুজি বৈ গ'ল। খন্তেক অৱশ হৈ বহি ৰ'ল।

মনবৰীক অজান আশংকাই অস্থিৰ কৰি তুলিলে। শেষত ধনঞ্জয়ে কওঁ-নকওঁকৈ লাহে লাহে ক'লে, "মই বাৰু আজি চিঠি নিদিওঁ। তইক বাৰু ক'বিগৈ,---মই ভাবি আছোঁ। কি ব্যৱস্থা কৰিব লাগে এই বিষয়ে দৰভিয়ালৰলৈকে গৈ নিজে কথা ক'ম। মই পৰহিলৈ তালৈ যাম।"

মনবৰীয়ে বাসন্তীক সকলো কথা খৰচি মাৰি ক'লে। বাসন্তীৰ চিন্তা আৰু বাঢ়িল। শেষ বাৰলৈ তেনেহ'লে তাইৰেই অপমান হ'ল। সি তাইক স্বাৰ্থপৰ আৰু চৰিত্ৰহীনা বুলি ভাবিলে ?

দুদিন-দুনিশা বাসন্তীয়ে খোৱা-শোৱা বাদ দিলে। ধনঞ্জয়—সি কোৱা মতে তাইৰ ওচৰলৈ নাহিল। সেই কাৰণে তাই নোকোৱা-কৈয়ে মনবৰী পাভচিলালৈ গ'ল আৰু সকলো শুনি মূৰে-কপালে হাত দিলে। সোণাইৰ উত্তৰপৰীয়া মানুহে দেৱতা যেন দেখা ধনঞ্জয় বৰুৱাই নিজৰ ঘৰটো মাছৰ মহলদাৰ এটাক বেচি ক'ৰবালৈ গুচি গ'ল। ক'লৈ গল কোনেও ক'ব নোৱাৰে। কাকো সি কৈ নগ'ল। মাথোন পাভচিলাৰ গাওঁবুঢ়াক ইমানকে জনাই থ'লে যে সি আৰু পাভচিলালৈ নাইবা সোণাইৰ পাৰলৈকো কাহানিও নাহে।

বাসন্তীয়ে এই খবৰ পাই মূৰ্চ্ছা যাব বুলি মনবৰীয়ে ভাবিছিল। কিন্তু তাই কথাটো শুনা মাত্ৰ ওপৰলৈ এবাৰ চালে। তাইৰ চকুত

যেন আকাশখন হালধীয়া হৈ গ'ল। তাইৰ চকু দুটাহে মাথোঁ চলচলীয়া হৈ পৰিল। মনৱৰীক একো ন'কৈ তাই মেকুৰী পোৱালি এটাৰ দৰে লাহে লাহে শোৱনি কোঠাত সোমাল আৰু দুৱাৰত শলখা দিলে।

ইয়াৰ পাছৰেপৰা বাসন্তীয়ে মনৱৰীৰ লগতো কথা নপতা হ'ল। আগৰ দৰেই নিমাতী-কইনা হৈ পৰিল। পাভটি-চাওত থকা শহুৰেকে কিনি দিয়া পুথি কেইখন তাই নিজৰ কোঠালৈ আনি ল'লে। গঙা-চিলনীৰ পাখিত ছয় ঋতুৰ ৰং লাগিল। জীয়াই থকাৰ প্ৰবল আগ্ৰহে পাখিত সঘনে স্পন্দন তুলিলে। সোণাইৰ ওপৰত চোঁ মাৰি উঠা-নমা কৰা গঙা-চিলনীয়ে নদীত মাছে সাঁতুৰি ফুৰাৰ সম্ভেদ দিলে।

গঙা-চিলনীৰ পাখিৰ বতাহ বাসন্তীৰ গাতো লাগিছিল। তাই কিন্তু জোপ লৈহে থাকিল। গুৱনী সোণাই আগৰ দৰেই বৈ ৰ'ল।

---